# ডাক-পখিলী

হেম বৰুৱা

মিত্ৰ এজেন্সি এণ্ড কোং
ডিব্ৰুগড়ীয়া : অসম

॥ প্ৰথম প্ৰকাশ ॥
ডিচেম্বৰ, ১৯৬৮ চন

॥ প্ৰকাশক ॥
শ্ৰীনৰেন্দ্ৰ নাথ দাস
মিত্ৰ এজেঞ্চি এণ্ড কোং
তিনিচুকীয়া, অসম

॥ প্ৰচ্ছদপট ॥
খালেদ চৌধুৰী
কলিকতা

॥ মুদ্ৰক ॥
শ্ৰীৰাধাৰমণ বসাক
শ্ৰীকান্ত প্ৰেছ
৭৫, বৈঠকখানা ৰোড
কলিকতা-৯

মূল্য—তিনি টকা পঞ্চাশ পইচা

মৰমৰ মহন্ত,

এই চিঠিবোৰ আপোনাৰ কাৰণেই লেখিছিলোঁ। "ডাক-পখিলী" আপোনালৈ আগবঢ়ালোঁ। ল'ব। মৰম জানিব।

ইতি
আপোনাৰ

নতুন দিল্লী :
পহিলা চেপ্টেম্বৰ : ১৯৬৮

চাৰু মহন্ত
সম্পাদক, 'অসম বাতৰি'
গুৱাহাটী

## দৃষ্টিপাত ঃ

আমাৰ সাহিত্যত যিটো বস্তুৰ অভাৱ, সেইটো বস্তুৰ উদ্ভৱ কৰিব পৰাটো হৈছে সৃষ্টিধৰ্ম্মী কাম। এই উদ্ভৱ-কাৰ্য্য পৈণত বস্তু নহ'ব পাৰে। তথাপি, সীমাৱদ্ধ হ'লেও, এনেধৰণৰ প্ৰচেষ্টাত অন্তৰ্নিহিত হৈ থাকে কিবা এক সাৰ্থকতা। বাট-কটীয়াই বাট কাটে। বাট কটীয়াৰ প্ৰচেষ্টাত প্ৰতিভাৰ পৰিচয় নথকাটো একো ডাঙৰ কথা নহয়। অনুগামী প্ৰতিভাশালীসকলে আমাৰ এই ক্ষুদ্ৰ প্ৰচেষ্টাক পৰিপক্কতাৰ ৰূপ দিয়ক, এয়ে আমাৰ আশা। এনে আশাত বৈষ্ণৱী-বিনয় নাই। সঁচাই, এনে আশা আমি পোষণ কৰোঁ, সেই কাৰণেই কৈছোঁ।

বিশ্ব-সাহিত্য-বুৰঞ্জীত চিঠি-সাহিত্যৰ বিশেষ এক গৌৰৱময় স্থান আছে। অস্কাৰ ৱাইল্ড্, আৰ্ণষ্ট ট'লাৰ, বাইৰণ, গান্ধী, নেহৰু, এইসকলৰ চিঠি-সাহিত্যৰ বিষয়ে আলোচনা কৰিব খোজা নাই। আজি কিছুদিনৰ আগতে গান্ধীজী সম্পৰ্কে জি. ডি. বিৰলাৰ দ্বাৰা ৰচিত "ইন্ দি শ্বেডো অব দি মহাত্মা" বোলা কিতাপখন পঢ়িলোঁ। এইখন কিতাপ কিছুমান চিঠিৰ সমষ্টি। এই চিঠিবোৰৰ জৰিয়তে এটা যুগৰ কেইজনমান ব্যক্তিৰ জীৱন-আদৰ্শ যেনেকৈ পৰিস্ফুট হৈছে, তেনেকৈ স্বধীনতা সংগ্ৰাম-ৰত যুগটোৰ বুৰঞ্জীও ফৰিংফুটা হৈছে।

আজি কেইবছৰমানৰ আগতে ইংৰাজী আলোচনী এখনত প্ৰকাশিত যুদ্ধ-বন্দী এজনৰ চিঠি এখন পঢ়িছিলোঁ। এই চিঠিখনে মোৰ অন্তৰ বৰকৈ স্পৰ্শ কৰিছিল। এনে এখন চিঠি লেখিবলৈ অভিজ্ঞতাৰ পথাৰখন বহল হ'ব লাগিব। সুযোগ-সুবিধাৰ অভাৱত আমাৰ অসমীয়া মানুহৰ অভিজ্ঞতাৰ পথাৰখন অতিকৈ সীমাৱদ্ধ। কোনোবাই সুবিধা পাইছে যদিও লেখিব নোখোজে। কিছুমান মানুহক লৈ দূৰৈৰপৰা গৰ্ব্ব কৰিব পাৰি, দেশৰ কাৰণে সেইসকলক ব্যৱহাৰ কৰিব নোৱাৰি।

"ডাক-পথিলী" সঙ্কলনত সন্নিৱিষ্ট চিঠিবোৰ 'অসম বাতৰি' কাকতত ধাৰাবাহিকৰূপে ওলাই গৈছে। অসমীয়া সাহিত্যক ছপাৰ মাধ্যমেৰে পোহৰলৈ আনি শক্তি যোগোৱা তিনিচুকীয়াৰ মিত্ৰ এজেঞ্চি এণ্ড কোং-ৰ সৰবৰহী মালিক ভ্ৰাতৃপ্ৰতিম নবেন দাসে চিঠিবোৰ গোটাই সঙ্কলন এটা উলিয়াবলৈ পৰামৰ্শ দিছিল। নবেন দাসৰ পৰামৰ্শ অনুযায়ী এই সঙ্কলনটো প্ৰস্তুত কৰিলোঁ।

"ডাক-পখিলী" পাণ্ডিত্যৰ অভিব্যঞ্জনা নহয়। ওবেটো জীৱন-জুৰি চকুৰ আগত বা মনৰ পটত ধৰা দিয়া কথাবোৰৰ সমষ্টিয়েই হৈছে এই সঙ্কলনটো। জীৱনত যেনেকৈ দুখ-কষ্ট বহুতো পালোঁ, তেনেকৈ ভগৱানে সুযোগ-সুবিধাও যথেষ্ট দিছে। দুখ নাপালে মানুহৰ সিদ্ধিলাভ নহয়। এইচ্. জি. ওৱেল্‌চৰ এনেধৰণৰ কথা এষাৰ আছে। সেই কথাষাৰ মোৰ বৰ ভাল লাগে। বিপ্লৱ দূৰৰ কথা, ভগৱানৰ বিপক্ষে মোৰ কোনো প্ৰতিবাদ নাই। ভগৱান মহান, দুখতো মহান, সুখতো মহান।

"ডাক পখিলী" কিতাপত সন্নিৱিষ্ট প্ৰথম দহখন চিঠি "অসম বাতৰি" কাকতৰ সুযোগ্য সম্পাদক চাৰু মহন্তলৈ লেখিছিলোঁ। শেষৰখন চিঠি—এঘাৰ নম্বৰ—সেই কাকতৰে ভূতপূৰ্ব্ব সম্পাদক চন্দ্ৰপ্ৰসাদ শইকীয়ালৈ লেখিছিলোঁ। কাকতত চিঠিখন চিঠিৰ আকাৰেৰে ওলোৱা নাছিল. প্ৰবন্ধৰ আকাৰেৰে হে ওলাইছিল। তথাপি বস্তুটো আচলতে যি ৰূপত লেখিছিলোঁ, সেই ৰূপতেই দিলোঁ। "ডাক-পখিলী" চাৰু মহন্তলৈ আগবঢ়ালোঁ। আদৰ্শবাদী, কৰ্ম্মপ্ৰাণ মানুহৰ প্ৰতি সহজাত দুৰ্ব্বলতা থকাটো জানো কিবা অযুক্তিকৰ কথা ?

ছপাশালৰ কাৰণে কিতাপখন যুগুত কৰি দিছে অণু বৰুৱাই। একালে মানুহৰ হেঁচা, আনফালে ইটো-সিটো অলেখ কাম। এনে অৱস্থাত জিৰণি নোহোৱা স্বামীক পত্নীয়ে সহায় কৰি দিয়াটো একো ডাঙৰ কথা নহয়। সেই কাৰণে অণু বৰুৱাৰ শলাগ লোৱাটো মাথোন এক লোকাচাৰ হে হ'ব। অন্তঃসাৰশূন্য লোকাচাৰত লিপ্ত হোৱাটো পাপত লিপ্ত হোৱাৰ সমপৰ্য্যায়ৰ বস্তু।

"ডাক-পখিলী" কিতাপখনৰ প্ৰকাশৰ দায়িত্ব লোৱাৰ কাৰণে তিনিচুকীয়াৰ মিত্ৰ এজেঞ্চি এণ্ড কোং-ৰ নবেন দাসলৈ মৰম আগবঢ়ালোঁ। এইজন মোৰ ভাইৰ লগৰ ভাই। গতিকে এইজনাবো শলাগ ল'ব খোজা নাই। শেষত "ডাক-পখিলী" সঙ্কলনটোৰ দোষ-গুণ বিচাৰৰ ভাৰ আমাৰ পঢ়ুৱৈ-সমাজলৈ এৰি আজিলৈ সামৰিলোঁ। ভগৱানে সকলোৰে কুশল কৰক।

নতুন দিল্লী ঃ
পহিলা চেপ্টেম্বৰ ঃ ১৯৬৮

"It is not the consciousness of human beings which determines their existence, it is their social existence which determines their consciousness."

: *Christopher Caudwell*

ঃ চিঠি লেখাৰ সময় ঃ

| | | |
|---|---|---|
| এখন চিঠি ঃ | ২৯ মাৰ্চ্চ ঃ | ১৯৬৭ |
| এখন চিঠি ঃ | ৮ অক্টোবৰ ঃ | ১৯৬৭ |
| এখন চিঠি ঃ | ১১ মাৰ্চ্চ ঃ | ১৯৬৮ |
| এখন চিঠি ঃ | ২০ মাৰ্চ্চ ঃ | ১৯৬৮ |
| এখন চিঠি ঃ | ২ মে' ঃ | ১৯৬৮ |
| এখন চিঠি ঃ | ১২ মে' ঃ | ১৯৬৮ |
| এখন চিঠি ঃ | ১৯ জুলাই ঃ | ১৯৬৮ |
| এখন চিঠি ঃ | ২১ জুলাই ঃ | ১৯৬৮ |
| এখন চিঠি ঃ | পহিলা আগষ্ট ঃ | ১৯৬৮ |
| এখন চিঠি ঃ | ২৬ আগষ্ট ঃ | ১৯৬৮ |
| এখন চিঠি ঃ | পহিলা এপ্ৰিল ঃ | ১৯৬৪ |

মৰমৰ মহন্ত,

আপোনাৰ চিঠি আৰু টেলিগ্ৰাম পাইছোঁ। যোগ্যতাৰে সৈতে সম্পাদনা কৰা আপোনাৰ 'অসম বাতৰি' কাকতৰ বিহুসংখ্যালৈ প্ৰৱন্ধ এটা লাগে? প্ৰৱন্ধ লেখিব পৰা হ'লে ভাল আছিল। লেখিব নোৱাৰাৰ কাৰণে এই চিঠিখনকে লেখিছোঁ। আজিকালি কিয় ক'ব নোৱাৰোঁ, মোৰ মন আৰু মগজুৱে একেবাৰে কাম নকৰাত পৰিছে। মোৰ মনটোৱে কয়, মিছাকৈ প্ৰৱন্ধ লেখি সময় নষ্ট কৰাতকৈ দুই-চাৰিখন কিতাপ লেখাটো ভাল। কাৰণ বাতৰি-কাকতৰ প্ৰৱন্ধ এদিনীয়া বস্তু। এইকাৰণেই সম্ভৱতঃ এদিন ডঃ ৰাধাকৃষ্ণণে মোক কৈছিল: "কিতাপৰ দৰে কোনো বস্তু কেতিয়াও স্থায়ী নহয়।" বিহু আহিছে। অসমীয়া মানুহৰ কাৰণে বিহুতকৈ কিবা ডাঙৰ উৎসৱ আছে বুলি মই নাভাবোঁ। আন কোনো উৎসৱ পালন নকৰি কেৱল বিহু উৎসৱকে পালন কৰিলেও অসমীয়া জাতীয় ঐতিহ্যৰ অকণো হীন-ডেঢ়ি নঘটে। আমাৰ এশ-এবুৰি উৎসৱ আছে। দুৰ্গা পূজা আছে। সৰস্বতী পূজা আছে।

বেয়া নাপাব, এই পূজাবোৰ মোৰ সমূলি ভাল নালাগে। মোৰ ভাল লাগে মাথোন এটা বস্তু। সেইটো হৈছে এই বহাগ বিহুটো; সঁচা কথা, সময়ৰ সোঁতত বহাগ বিহুৰ বহুতো প্ৰাচীন সৌষ্ঠৱ হেৰাই গৈছে। তথাপি আজিও ইয়াৰ যি মাদকতা আছে, তেনে মাদকতা

আন কোনো উৎসৱতেই নাই। বিহু বুলিলে এই বুঢ়া বয়সতো অজানিতে মোৰ মন নাচি উঠে। তাহানি সৰুতে শুনা কুঁৱলীৰ আঁৰে আঁৰে, দূৰণিৰপৰা উটি অহা ম'হৰ শিঙৰ পেঁপাৰ সুৰৰ লহৰলৈ আজিও মোৰ মনত পৰে। মনতে কেতিয়াবা ভাব হয়—সেইদিন আকৌ জানো উলটি আহিব? এইবাৰ মৰি আকৌ যেতিয়া অসমত জন্মগ্ৰহণ কৰিম, তেতিয়া এই ম'হৰ শিঙৰ পেঁপা জানো আৰু থাকিব? এইবোৰ কথা ভাবিলে বেজাৰ লাগে। নাভাবিলেও মনে শান্তি নাপায়।

সংসদৰ সদস্য হ'ববেপৰা অসমৰ পটভূমিত বহাগ বিহুটো পাঁচ বছৰৰ মূৰে মূৰে এবাৰ হে পাওঁ। আনবোৰ সময়ত সংসদৰ অধিবেশন থাকে। গতিকে দিল্লীত থাকিব লগা হয়। এইবাৰ বিহুটো অসমত পাম। সেইকাৰণেই মনটো ভাল লাগিছে। সৰস্বতী পূজা মোৰ ভাল নালাগে বুলি ওপৰত লেখিছোঁ। সৰস্বতী পূজা মানুহে কিয় কৰে? বিদ্বান হ'বলৈ? জ্ঞানী হ'বলৈ? সৰস্বতী পূজা কৰি জ্ঞানী হ'বলৈ যত্ন কৰাতকৈ দুখন কিতাপ পঢ়াটো ভাল। সৰস্বতী পূজাত টকা খৰচ কৰাতকৈ সেই টকাৰে গাঁৱে-ভূঞে লাইব্ৰেৰি সজা ভাল। মই ভাবোঁ—কিতাপ পঢ়াটো মানুহে জীৱনৰ অভ্যাস কৰি লোৱা উচিত। কিতাপ পঢ়িলে মানুহৰ মনৰ দিগন্ত বহল হয়। আত্মায়ো শান্তি পায়। বেয়াৰ ফাললৈ মনটো ঢাল নোখোৱাকৈ ৰাখিবলৈ হ'লে মানুহৰ জীৱনত কিবা নহয় কিবা এটা অনুপ্ৰেৰণাদায়ক সৎ আকৰ্ষণ লাগে। কিতাপতকৈও ডাঙৰ আকৰ্ষণ কি হ'ব পাৰে? জৱাহৰলাল নেহৰুক মই ভাল পোৱা ইও এটা কাৰণ। মানুহজনে খুব কিতাপ পঢ়িছিল।

কোনো কোনোৱে কিতাপ পঢ়ে আনক চমক লগাবলৈ। কোনো কোনোৱে পঢ়ে কথা শিকিবলৈ, জ্ঞানী হ'বলৈ। ইংৰাজ কৰি বাইৰণে কিতাপ পঢ়িছিল আনক চমক লগাবলৈ। শ্বেলীয়ে কিতাপ পঢ়িছিল জ্ঞানী হ'বলৈ, কথা শিকিবলৈ। মই ভাবোঁ, আনক চমক লগাবলৈ কিতাপ পঢ়িব নালাগে। জ্ঞানী হ'বলৈ কোনোৱে যদি কিতাপ পঢ়ে, সেইযাৰ কথাত আপত্তি কৰিবলগীয়া একো নাই। মই ভাবোঁ, কিতাপ



পঢ়ি কোনোবা যদি জ্ঞানী হয়, হওক। কিতাপ পঢ়িব লাগে ঘাইকৈ দুটা কথাৰ কাৰণে। এটা হৈছে আত্মাৰ শান্তিৰ কাৰণে আৰু আনটো হৈছে মনটোক সংযত কৰি ৰাখিবৰ কাৰণে। আজি দুদিনমানৰ আগতে কিতাপ আনিবলৈ যাওঁতে পাৰ্লিয়ামেণ্ট্ লাইব্ৰেৰিৰ ডেকা চাপ্ৰাচী এজনে মোক একেষাৰ কথা কৈছিল: "চাৰ, আজি দহ বছৰে আপুনি আমাৰ লাইব্ৰেৰিৰ বহুত কিতাপ পঢ়িলে।" ইয়াৰ উত্তৰত মই মাথোন কৈছিলোঁ: "কিতাপ পঢ়িলে কি হ'ব ভাই। মই জ্ঞানী হ'ব পৰা নাই, মূৰ্খ হৈয়েই আছোঁ।" জ্ঞানী হ'ব পৰা নাই, সঁচা কথা। কিন্তু উচ্ছৃঙ্খল হ'বলৈ নিদিয়াকৈ মনটো কিতাপেই যে বান্ধি থৈছে, সেইযাৰ কথা সঁচা।

বৰ্ত্তমান মই দুখন কিতাপ পঢ়ি আছোঁ, এখন হৈছে 'চেক্স্ ইন্ হিষ্ট্ৰি'—এইখন কিতাপ মালয়াচিয়ালৈ যাওঁতে কিনি আনিছিলোঁ। আনখন হৈছে, 'দি পলিটিক্স্ অব্ ডিক্ৰিচন'। এইখন কিতাপ পাৰ্লিয়ামেণ্ট্ লাইব্ৰেৰিৰপৰা আনিছোঁ। প্ৰথমখন কিতাপত একেষাৰ অদ্ভুত কথা পঢ়িলোঁ—শিল্পীৰ মানুহৰ প্ৰতি মৰম নহ'লেও হেনো কোনো ক্ষতি নাই। মানুহৰ, মানুহৰ প্ৰতি মৰম হ'লেই যথেষ্ট। ইমানদিনে জানি আহিছিলোঁ—প্ৰকৃততে সমাজ-সচেতন প্ৰত্যেক শিল্পী-সাহিত্যিকৰে মানুহৰ প্ৰতি মৰম থাকিব লাগিব, সেইকাৰণেই এই নতুন কথাষাৰৰ সন্মুখীন হ'ব লগা হৈ মই একেবাৰে আচৰিত হৈ গৈছোঁ। তথাপি কথাষাৰৰ ব্যাখ্যা এনে ধৰণেৰে কৰি লৈছোঁ: মানুহৰ মানুহৰ প্ৰতি মৰম থাকিব লাগিব। শিল্পী-সাহিত্যিকো মানুহ। গতিকে শিল্পী-সাহিত্যিকৰো মানুহৰ প্ৰতি মৰম থাকিব লাগিব।

বৰ্ত্তমান আমাৰ ভাৰতীয় জীৱন চৰম বিপৰ্য্যয়ৰ সন্মুখীন হৈছে। ইয়াৰ কাৰণ কি? মানুহৰ প্ৰতি মানুহৰ মৰম নোহোৱা হৈছে, সেইটোৱেই। আমাৰ দেশত এদিন যে এনে এটা পৰিস্থিতিৰ উদ্ভৱ হ'ব, সেইযাৰ কথা গান্ধীজীয়ে নিশ্চয় অনুমান কৰিব পাৰিছিল। সেই-কাৰণে মহামানৱজনাই এফালে যেনেকৈ স্বাধীনতাৰ কাৰণে ভাৰতবাসীক

বুটিচ সিংহৰ বিপক্ষে যুঁজিবলৈ প্ৰস্তুত কৰিছিল, আনহাতে তেনেকৈয়ে মানুহক ভাল পাব লাগে কেনেকৈ, সেইযাৰ কথাৰো শিকনি দিছিল। বুঢ়া হৈ অহাৰ লগে লগে মোৰ উপলব্ধি হৈ আহিছে—শাস্ত্ৰৰ বাণী যেনেকৈ চিৰকাল সত্য, তেনেকৈ গান্ধীজীৰ বাণীও সত্য। মানৱপ্ৰেম সকলো ধৰ্ম্মৰে মূল বস্তু। এইযাৰ কথা আমি বিস্মৃত হৈছোঁ কাৰণে আজি আমাৰ সমাজত ইমানবোৰ আহুকাল, ইমানবোৰ জঞ্জাল। মূল-বস্তু পাহৰি গৈ আমি আজি বাহ্যিক আড়ম্বৰত গা উটুৱাই দিছোঁ। ভাৰতীয় ঐতিহ্যত বহুতো ভাল বস্তু আছে। সেইবোৰৰ কথাও আমি পাহৰি গৈছোঁ।

মই কোনো আনুষ্ঠানিক ধৰ্ম্মত বিশ্বাস নকৰোঁ। যি কোনো ধৰ্ম্মই নহওক লাগিলে, সকলো ধৰ্ম্মৰে মূল উদ্দেশ্য হৈছে অন্তৰ-আত্মাৰ উৎকৰ্ষ সাধন আৰু এই উৎকৰ্ষ সাধনৰ জৰিয়তে সমাজ সুশৃঙ্খল কৰাটো। স্বাধীন ভাৰতবৰ্ষৰ পটভূমিত এইযাৰ কথা আমি বিস্মৃত হৈছোঁ। উৎসৱৰ মূল উদ্দেশ্য হৈছে আনুষ্ঠানিকভাৱে সততাৰ প্ৰতি মানুহৰ মন আকৰ্ষণ কৰাটো। আনহাতে বৰ্ত্তমান আমাৰ সমাজত দেখিবলৈ পাইছোঁ কি?

বৰ্ত্তমান আমাৰ সমাজত ব্যক্তি-স্বাৰ্থৰ মনোভাৱে গা কৰি উঠিছে। ইয়াৰ হেঁচাত সমাজ-মনৰ—যি সমাজ-মন গঢ়ি তুলিবৰ কাৰণে গান্ধীজীয়ে অহোপুৰুষাৰ্থ কৰিছিল—ক্ৰমাত মৃত্যু ঘটিছে। এইযাৰ কথা আজি কেইবছৰমানৰ আগতে লেখা ইংৰাজী প্ৰৱন্ধ এটাত মই উল্লেখ কৰিছিলোঁ। নিজৰ হ'লেই সকলো হ'ল—এই মনোভাৱে আজি মানুহৰ মন সম্পূৰ্ণৰূপে আচ্ছন্ন কৰিছে। সমাজত আজি কিমানবোৰ মানুহ খাবলৈ নোপোৱাকৈ অনাহাৰে আছে, ভাত এমুঠিৰ কাৰণে কিমানবোৰ কণ কণ ল'ৰা-ছোৱালীয়ে কান্দোনত গছৰ পাত সৰুৱাইছে, তাৰ খবৰ কোনে ৰাখিছে?

ৰাজনীতিয়ে মোক এক নতুন অভিজ্ঞতা দিছে, সেইটো হৈছে গাঁৱে-ভূঞে ঘূৰি ফুৰাৰ অভিজ্ঞতা। মানুহৰ কিমান কষ্ট, ভাবিলে চকুপানী ওলায়। আজি কিছুদিনৰ আগতে এখন গাঁৱত এটা দৃশ্য



দেখিছিলোঁ—দুপৰীয়া বাৰমান বজাত মানুহ এগৰাকীয়ে কাষত কলহ লৈ নৈলৈ পানী আনিবলৈ ওলাইছে। আঠ-ন বছৰীয়া ল'ৰা এটাই তেওঁক সাৱটি ধৰি "আই মোৰ ভোক লাগিছে, ভোক লাগিছে" বুলি কান্দিছে। মাকে তাক বুজনি দিছে, "ৰ, বাপেৰে ক'ৰবাৰপৰা চাউল এমুঠি আনিছে, মই নৈৰ ঘাটৰপৰা আহি তোক সেইকেইটাকে সিজাই দিম।" ল'ৰাই বুজনি মানে কেনেকৈ? আগনিশা তাৰ পেটত যে পানী এটোপাও পৰা নাই।

এয়ে হৈছে জীৱনৰ বাস্তৱ ৰূপ। এইবোৰকে অস্বীকাৰ কৰি আমি এম. এল. এ. হ'ব খোজোঁ, এম পি. হ'ব খোজোঁ। মন্ত্ৰী হ'ব খোজোঁ। মনটোৱে মোক বাৰে বাৰে কয়ঃ তুমি এম. পি. হ'বলৈ ওলাইছা কেলৈ? সন্ন্যাসী নোহোৱা কিয়? "সন্ন্যাসী হ'লে জানো সমাজৰ এনেবোৰ সমস্যা সমাধান হ'ব?"—মোৰ মনটোৱে এইবুলি প্ৰত্যুত্তৰ দিয়ে। সমাজৰ অৱস্থা হৈছে এইটো। আনহাতে এইখন সমাজৰে যি এমুঠি ভাগ্যৱান মানুহ আছে, ৰাজনীতিজ্ঞই হওক বা আন কিবাই হওক, নিজৰ কথাকে লৈ ব্যস্ত। সমাজৰ এই অৱহেলিত দাৰিদ্ৰ্যগ্ৰস্ত মানুহবোৰৰ কথা ভাবিবলৈ তেওঁলোকৰ আহৰি নাই। আজি ধৰ্ম্ম ক'ত জীয়াই আছে? মন্দিৰ, মচজিদ্ আৰু গিৰ্জাত যদি ধৰ্ম্ম জীয়াই আছে বুলি কোনোবাই ভাবে, সেইসকলে মহা ভুল কৰিছে। বিহু-উৎসৱতো আজি ধৰ্ম্ম জীয়াই থকা নাই। বিহু-উৎসৱ কৃষিজীৱী সমাজৰ বস্তু। অনাহাৰক্লিষ্ট কৃষকৰ কাৰণে বিহু-উৎসৱৰ অৰ্থ কি?

বিষয়ী মনোভাৱে এমুঠি মানুহৰ মন আজি জলা-কলা কৰিছে। মানুহৰ বিষয়ী মনোভাৱ যিমানেই বৃদ্ধি পায়, সমাজ সিমানেই অধোগামী হয়। নিজৰ কপালৰ কেঁচা-ঘাম মাটিত পেলাই ধন উপাৰ্জ্জন কৰাটো একো দোষনীয় নহয়। গান্ধীজীয়েও ইয়াক দোষনীয় বোলা নাছিল। মানুহৰ মনটো যেতিয়া অধিকভাৱে বিষয়মুখী হৈ পৰে, তেতিয়াই বিষয়ী আশা-আকাঙ্ক্ষাসমূহ বাঢ়িবলৈ ধৰে। নিজৰ কপালৰ কেঁচা-ঘাম মাটিত

পেলাই উপাৰ্জ্জন কৰা ধনেৰে বৃদ্ধিকামী আশা-আকাঙ্ক্ষাসমূহ পূৰণ কৰাটো টান হৈ পৰে। তেতিয়াই দুৰ্নীতিৰ জন্ম হয়। নিজৰ শ্ৰমেৰে উপাৰ্জ্জন নকৰা প্ৰত্যেকটো মুদ্ৰাই পাপেৰে পঙ্কিল বুলি গান্ধীজীয়ে কৈছিল। পাপৰ ধনেৰে ধনী হ'বলৈ বিচৰা মানুহৰ সংখ্যা আমাৰ সমাজত আজি বৃদ্ধি পাইছে। এইটোৱেই হৈছে বৰ্ত্তমান সমাজৰ সবাতোকৈ ডাঙৰ দুৰ্ভাগ্য।

আজি কেইবছৰমানৰ আগতে চৈধ্য আগষ্টৰ দিনা সন্ধিয়া এখন দোকানত মই বহি আছিলোঁ। পিছদিনা পোন্ধৰ আগষ্ট—জাতিৰ জীৱনৰ এক পৱিত্ৰ দিন। বহি আছোঁ, এনেতে এখন গাড়ীৰপৰা ভালকৈ সাজ-পাৰ কৰা এজন মানুহ নামি আহি দোকানত উপস্থিত হ'ল। মানুহজনে মোক চিনি পোৱা নাছিল। দোকানীৰপৰা খনে দুটকা দামৰ দুখন জাতীয় পতাকা মানুহজনে কিনিব। দোকানীজনে পতাকা দুখন টোপোলা কৰি বান্ধিলে। সেই কিনোতাজনে চকুৰে ইঙ্গিত দি দোকানীজনক অলপ আঁতৰাই লৈ গ'ল। তাৰ পিছত টোপোলাটো লৈ গাড়ীত উঠি মানুহজন গুচি গ'ল। দোকানীজনে উপযাচি মোক ক'লে: "এই মানুহজনে দুখন পতাকাৰ দাম চাৰি টকাৰ ঠাইত আঠ টকা বুলি মোৰপৰা কেচ-মেমো লৈ গৈছে।" চাওক মহন্ত, পৱিত্ৰ স্বাধীনতা দিৱসৰ কাৰণে কিনা দুখন জাতীয় পতাকাতো মানুহে লাভ খায়। আজি সমাজত মানুহৰ পাপ-পুণ্যৰ বিষয়ে জ্ঞান একেবাৰে নোহোৱা হৈছে, এয়ে হৈছে আহুকাল। মোৰ মনত ধাৰণা হয়—এনেদৰে পাপী সমাজ এখন আৰু কিমানদিন জীয়াই থাকিব? এইখিনিতে মোৰ যিশুখ্ৰীষ্টৰ একেষাৰ কথা মনত পৰিছে: "The world shall rejoice, but yet shall weep and lament." এইটোৱেই হৈছে আজি আমাৰ অৱস্থা, চকুলো টুকি আজি আমি স্বাধীনতা উপভোগ কৰিছোঁ।

এয়া প্ৰবন্ধ নহয়। প্ৰবন্ধ লেখিবলৈ মই অপাৰগ। গতিকে আপোনালৈ এই চিঠিখনকে লেখিলোঁ। মনত গুজৰি থকা বহু ভাবৰ



কেইটামানৰ মাথোন প্ৰকাশ দিছোঁ। আপুনি বেয়া নাপাব, চিঠি দীঘলীয়া হ'ল। সৰ্ব্বশেষত বিছুৰ ওলগ জনালোঁ। আপোনাৰ আৰু "অসম বাতৰি" কাকতৰ কল্যাণ কামনা কৰিলোঁ। ইতি—

নতুন দিল্লী ঃ
মাৰ্চ্চ ২৯ ঃ ১৯৬৭

আপোনাৰ

[signature]

মৰমৰ মহন্ত,

আপোনাৰ চিঠিখন যোৱাকালি পাইছোঁ। বৰ্ত্তমান মোৰ পক্ষে প্ৰৱন্ধ লেখাটো সম্ভৱ নহয়। বেয়া নাপাব। অসম্ভৱ ব্যস্ত। সংসদৰ অধিবেশন শেষ হোৱাৰ পিছত ইতিমধ্যে চাৰিটা প্ৰৱন্ধ লেখিলোঁ। দুটা ইংৰাজীত, দুটা অসমীয়াত। ইয়াৰ উপৰিও অল্ ইণ্ডিয়া ৰেডিঅ'ৰ বিদেশী শাখাৰ কাৰণে "ভ্ৰাম্যমান গীতিকাৰ" নামেৰে আৰু এটা লেখিলোঁ। সেইটো ইতিমধ্যে বিদেশৰ কাৰণে প্ৰচাৰ হৈ গৈছে। শুনিছে নিশ্চয়। সময়-সুবিধা পালেই এই বস্তুটো কোনোবা ইংৰাজী কাকতলৈ প্ৰৱন্ধ আকাৰেৰে বহলাই লেখিম বুলি ভাবি থৈছোঁ। *

জানে, ব্যস্ততাৰে সৈতে সংগ্ৰাম কৰি জীয়াই আছোঁ। এই ব্যস্ততাৰ ওৰ কেতিয়া পৰিব নাজানো। আমাৰ ঘৰৰ মানুহ গৰাকীয়ে কয়ঃ "কাম কৰা মানুহৰ কাৰণে আজৰি নাই। কাম নকৰি, লেখা-পঢ়া বাদ দি হাত সাৰটি বহি থাওক, দেখিব অপাৰ আজৰি।" এই কথাষাৰ মই দকৈ ভাবি চাইছোঁ; প্ৰকৃততে কাম কৰা মানুহৰ আজৰি নাই। আজি ক'ৰবাত পঢ়িলোঁ, আজৰি আৰু অলসতাৰ মাজত বিশেষ কোনো পাৰ্থক্য নাই। কথাষাৰ বৰ সঁচা। জানে, মোৰ আৰু বহুতো দোষ আছে। তাৰে এটা হৈছে কথা পাতি ভাল পাওঁ। দিল্লীৰ ঘৰলৈ মোৰ তৰহে তৰহে মানুহ আহে। আলহীৰ কথা অৱশ্যে কোৱা নাই। এই মানুহবোৰৰ সৈতে কথা পাতোঁতে বহুত সময় যায়। মোৰ ল'ৰা দুটাই আপত্তি কৰেঃ দেউতা, তুমি ইমান কথা পাতা কেলৈ? সিহঁতে নাজানে, কথা পতাৰপৰা বহুত নতুন নতুন কথা শিকিব পাৰি। কেতিয়াবা একোটা বাক্য, কেতিয়াবা একোটা জ্ঞানৰ স্পন্দন। ব্যাকৰণ-জ্ঞানে একোটা ভাষাৰ বিষয়ে সঁহাৰি দিয়ে, সঁচা কথা। তথাপি একোটা ভাষাৰ অন্তৰথলীত প্ৰৱেশ কৰিবলৈ হ'লে মনোধৰ্ম্মী দৃষ্টিভঙ্গীৰ প্ৰয়োজন।

ওপৰত কৈ আহিছোঁ, প্ৰকৃততে কাম কৰা মানুহৰ আজৰি নাই। কাম কৰা মানুহে একোকে ভ্ৰূক্ষেপ নকৰি কাম কৰি যায়। তাৰ জ্বলন্ত প্ৰমাণ হৈছে আমাৰ ডক্টৰ সূৰ্য্যকুমাৰ ভূঞা আৰু ডক্টৰ বিৰিঞ্চি কুমাৰ বৰুৱা। ডক্টৰ বৰুৱাৰ জীৱনৰপৰা বিশেষ এটা কথা শিকিবলৈ আছে। সেইটো হৈছে কোনো কথালৈ কেৰেপ নকৰি মানুহজনে কেৱল কাম কৰি গৈছিল। ডক্টৰ বৰুৱাৰ ধৈৰ্য্য আছিল অসীম। 'বীণা বৰুৱা' ছদ্ম নামেৰে লেখা "জীৱনৰ বাটত" বোলা তেওঁৰ উপন্যাসখন লৈ কম সমালোচনাৰ অৱতাৰণা হোৱা নাছিল। চকুচৰহা কোনো কোনোৱে নক'বলগীয়া কথাও কৈছিল। মানুহজনে সকলো শুনিছিল, সকলো জানিছিল, তথাপি জানো প্ৰতিবাদ কৰিছিল? কথাৰে অৱশ্যে কৰা নাছিল, কামেৰে কিন্তু কৰিছিল। কেনেকৈ? "জীৱনৰ বাটত" ওলোৱাৰ কেইবছৰমানৰ পিছত তেওঁ আকৌ ছদ্ম নামেৰে "সেউজী পাতৰ কাহিনী" বোলা উপন্যাসখন লেখিলে। উপন্যাসখন ভাল হৈছে নে নাই, সেই বিষয়ে ক'ব খোজা নাই। কিন্তু এইখন উপন্যাস ওলোৱাৰ লগে লগেই যে চকুচৰহা সমালোচকসকলৰ সকলো বক্ৰোক্তি তল পৰিল, সেই বিষয়ে সন্দেহ নাই। কামেৰে সমালোচনাৰ প্ৰত্যুত্তৰ দিয়াতকৈ ডাঙৰ কথা একো হ'ব নোৱাৰে। ব্যক্তিগত জীৱনৰপৰা এনে উদাহৰণ বহুত দিব পাৰোঁ। ব্যক্তিগত জীৱনৰ কথা কৈ আপোনাক আমনি দিব খোজা নাই।

* এই প্ৰৱন্ধটো ইতিমধ্যে কেইবাখনো ইংৰাজী কাগজত ওলাই গৈছে।

ক্ৰমাত বুঢ়া হৈ আহিছোঁ। বুঢ়া হৈ অহাৰ লগে লগে মনটো সংযত হৈ আহিছে। অ' আৰু এটা কথা মনত পৰিছে। আপুনি যে এদিন মূৰত তেল এটা ঘঁহিবলৈ কৈছিল—চুলি ক'লা হোৱা তেল, সেইটো বহুত ঘঁহিলোঁ। চুলি ক'লা নপৰিল। কৰি দেৱবৰুৱাৰ ভাষাতে "সময়ৰ ৰূপোৱালী ৰেখা"বোৰ মোৰ বাৰুকৈ জিলিকি উঠিছে। আজি কেইদিনমানৰ আগতে ক'ৰবাত পঢ়িছিলোঁ: বয়স হ'লেও বুঢ়া হৈছোঁ বুলি ভাবিব নেপায়। এনেদৰে ভাবিলে হেনো মনটো উৰলি যায়, বাৰ্দ্ধক্যই লাই পায়···। কাম কৰিবলৈ হ'লে মানুহক স্বাস্থ্যটো অটুট লাগে। সেইদৰে ঘৰুৱা পৰিৱেশো শান্তিপূৰ্ণ হোৱাটো উচিত। নহ'লে কামত আত্ম-উৎসৰ্গা কৰাটো টান। ব্যক্তিগতভাৱে ধৈৰ্য্যৰ প্ৰয়োজনো কম নহয়। মানুহৰ দুখ-কষ্ট আছে। ধৈৰ্য্য সহকাৰে সেই দুখ-কষ্টৰ সন্মুখীন হ'ব পৰাটো হে ডাঙৰ কথা। আৰু এটা কথা মই ভাবোঁ: ব্যক্তিগত ঈৰ্ষা * বৰ্জন কৰি উদাৰ মন এটা লৈ কামত ব্ৰতী হ'ব নোৱাৰিলে কোনো কেতিয়াও মহৎ হ'ব নোৱাৰে। ভগৱানত বিশ্বাস ৰাখি একাগ্ৰচিত্তেৰে কামত ব্ৰতী হ'ব নোৱাৰিলে, আগবঢ়াটো টান। ফলৰ কাৰণে অভিলাষ নাৰাখিলেও এদিন নহয় এদিন সুফল ফলিবই।

আমাৰ অসমীয়া সাহিত্যৰ কাৰণে কৰিবলগীয়া বহুতো কাম আছে। সুখৰ কথা, আমাৰ প্ৰদেশত উচ্চ-শিক্ষিতৰ পয়োভৰ বাঢ়িছে। ইতিমধ্যে দুখনকৈ বিশ্ববিদ্যালয় স্থাপন হোৱাৰ উপৰিও প্ৰায় আঢ়ৈ-কুৰিখন কলেজ হৈছে। এতিয়া অধ্যাপকৰ সংখ্যা হিচাপ কৰি চাওক। এনে অৱস্থাত অসমীয়া ভাষাত নতুনকৈ অন্ততঃ আৰু চাৰি হেজাৰ যদি কিতাপ ওলায়, একো আচৰিত হ'ব লগা কথা নহয়। ওলাইছে জানো? আপোনাৰ কাকতত 'যাদুকৰী মহাদেশ: দি কন্‌টিনেণ্ট্ অব্ চাৰ্চি' এই শিৰোনামাৰে লেখা অধ্যাপক প্ৰফুল্লকুমাৰ বৰুৱাৰ

* অলপতে ক'ৰবাত পঢ়িলোঁ—দুটা বস্তুৰ চিকিৎসা নাই। এটা হৈছে ভপামূৰ আৰু আনটো হৈছে ঈৰ্ষা।



প্ৰবন্ধটো পঢ়িলোঁ। ভাল হৈছে। এই কিতাপখন মই পঢ়িছোঁ। আমাৰ বহুত মানুহেই এই কিতাপখন পঢ়িছে। কিতাপখনত অসমীয়া সমাজৰ বিষয়ে কেইটামান অশোভনীয় মন্তব্য আছে। আমাৰ অসমীয়া সমাজৰ কাৰণে এটা কল্যাণকৰ কথা হৈছে: আমাৰ সমাজত আজি এক নতুন "বুদ্ধিজীৱী" শ্ৰেণীৰ উদ্ভৱ হৈছে। মই আশা কৰিছিলোঁ, এই শ্ৰেণীটোৱে বাহিৰৰ ইংৰাজী কাকতত ধাৰাবাহিক ৰূপে প্ৰবন্ধ আদি লেখি তোলপাৰ লগাব। ক'তা? আমি দেখোন হতাশ হ'বলগীয়া হ'ল,. অসমৰ চাৰিবেৰৰ মাজত গদা ঘূৰাই থাকিলেতো নহ'ব। সেইবুলি প্ৰবন্ধৰ জৰিয়তে নিৰোদ চৌধুৰীক গালি পাৰিবলৈ কোৱা নাই। গালিৰে একো কাম সিজাব নোৱাৰি। যিকেইটা বিষয়ে চৌধুৰীয়ে অশোভনীয় মন্তব্য কৰিছে, সেইকেইটা বিষয়ৰ বিষয়ে উপযুক্ত তথ্য-পাতিৰে অন্ততঃ এলানি প্ৰবন্ধ লেখি, ভাৰতীয় ৰাইজক জনোৱাটো হে কামনা কৰিছিলোঁ। এইখিনিতে আপুনি প্ৰশ্ন কৰিব পাৰে, আপুনি নেলেখিলে কিয়? তাৰ উত্তৰত মই মাথোন একেষাৰ কথাকে ক'ম। নিজৰ দুৰ্ব্বলতাৰ কথা নিজে জানো। এনে বস্তু লেখিবলৈ যিখিনি বিদ্যা-বুদ্ধি আৰু ইংৰাজী ভাষা-জ্ঞানৰ প্ৰয়োজন, সেইখিনি আমাৰ নাই। দ্বিতীয় কথা হৈছে আমাৰ সমাজত ইমানবোৰ বিদ্বান মানুহ থাকোঁতে সকলো কাম একেটা মানুহেই কৰিব লাগিব, তাৰ জানো কিবা অৰ্থ আছে? আমাৰ বুদ্ধি-জীৱন বিকেন্দ্ৰীকৃত হোৱাটো বিচাৰোঁ। তেহে অসমীয়া জাতি জীয়াই থাকিব। নহ'লে বিপদ।

আৰু এটা কথা ভাবোঁ: যি কামকে কৰা যায়, একাগ্ৰচিত্তেৰে কৰা উচিত। কামত ফাকি দিব নেপায়। সকলোতকৈ আগ হৈছে জাতীয় স্বাৰ্থ। মোক যেতিয়া দিল্লীৰ প্ৰতিষ্ঠান দুটাই "ফ'ক চং অব্ ইণ্ডিয়া" আৰু "এচামীজ লিটাৰেচাৰ" এই কিতাপ দুখন লেখিবলৈ কৈছিল, সেই দায়িত্ব সময়ৰ নাটনি যদিও ততালিকে গ্ৰহণ কৰিছিলোঁ। কিয়? জানো, অসমত সমালোচনা হৈছিল: অমুকে অসমীয়া সাহিত্য বা ভাৰতীয় লোক-গীতিৰ বিষয়ে কিটো জানে? নেজানিব পাৰোঁ।

সেইবুলি যেই কোনো বস্তু এটা খবচি মাৰি পঢ়িলে, সেইটো বস্তুৰ বিষয়ে সম্যক-জ্ঞান আহৰণ কৰাটো একো টান কথা নহয়। লাগে মাথোন ধৈৰ্য্য আৰু একাগ্ৰতা। আমাৰ পাৰ্লিয়ামেণ্টৰ লাইব্ৰেৰিটো বেছ চহকী। আপুনি একেবাৰ কথা শুনি নিশ্চয় সুখ পাব। বৰ্ত্তমান পাৰ্লিয়ামেণ্ট্ লাইব্ৰেৰিৰ কিতাপ নিৰ্ব্বাচন সমিতিৰ মই সভাপতি হৈছোঁ।* লাইব্ৰেৰিত বৰ্ত্তমান নব্বৈ হেজাৰ কিতাপ আছে। সভাপতি থকা কালছোৱাত অন্ততঃ ডেৰ লাখ কিতাপ কৰি থৈ যাম বুলি ভাবিছোঁ। কিতাপ আহিয়েই আছে। আৰু আহিব। অসমৰ বিষয়ে ইংৰাজীতে লেখা সকলো কিতাপ আছে। কিতাপতকৈ ডাঙৰ সম্পত্তি একো হ'ব নোৱাৰে।

বেয়া নাপাব, আচল কথাৰপৰা বহুত দূৰ আঁতৰি আহিলোঁ। ওপৰত উল্লেখ কৰা দায়িত্ব কিয় গ্ৰহণ কৰিছিলোঁ? ইয়াৰ এটাই মাথোন কাৰণ। সেইটো হৈছে: এই সুবিধাতে আমাৰ ভাষা-সাহিত্যৰ বাহিৰত যদি কিবা প্ৰচাৰ কৰিব পাৰি, তেন্তে সুবিধাটো নলওঁ কেলৈ? এইখিনিতে একেবাৰ কথা কোৱাটো উচিত হ'ব। দিল্লীৰ কোনো প্ৰতিষ্ঠানে যদি মোক সোধে, অমুকটো বিষয়ে এখন কিতাপ লেখিবলৈ কাক অনুৰোধ কৰিব পাৰি বা অমুকখন কিতাপ অনুবাদ কৰিবলৈ কাক অনুৰোধ কৰিব পাৰি, তেতিয়াই এই কামৰ কাৰণে অসমৰ যাকেই উপযুক্ত বুলি ভবা হয়, তেওঁৰ নামকেই দিয়া হয়। পোনপটীয়াকৈ দায়িত্ব নিদিলে, কোনো দায়িত্বকে নিজে মই গ্ৰহণ নকৰোঁ। যি কামকে কৰা হয়, সেই কামকে নিজৰ কষ্ট হ'লেও একাগ্ৰ-চিত্তেৰে কৰা উচিত বুলি কৈছোঁ। কিন্তু আমাৰ ক্ষেত্ৰত কি হয়? অসমৰ তিৰোধান হোৱা সাহিত্যিক এজনৰ জন্মতিথি উপলক্ষে দিল্লীৰ প্ৰতিষ্ঠান এটাই এখন সঙ্কলন উলিয়াব খুজিছে। আজি কেইদিন-মানৰ আগতে তেওঁলোকে মোক ক'লে: "কি কৰোঁ। অসমৰ

* বৰ্ত্তমান এই দায়িত্বৰপৰা অব্যাহতি লৈছোঁ। কিতাপ নিৰ্ব্বাচন কৰাটো বৰ টান কাম।



ভালেমান লেখকলৈ চিঠি লেখিলোঁ, কোনো সঁহাৰি নাই। এনে অৱস্থাত কি কৰাটো উচিত হ'ব, আপুনি কওক।" মই কলোঁ: "আকৌ চিঠি লেখক। সম্ভৱতঃ কামত ব্যস্ত আছে।" 'মডাৰ্ন এচেমীজ্ পয়েট্ৰি' নামৰ সঙ্কলনটো প্ৰস্তুত কৰোঁতে এনে অৱস্থা মোৰো হৈছিল। এই বিষয়ে লেখি আপোনাক আমনি দিব খোজা নাই।

হেজাৰ ব্যক্তিগত কাম থাকিলেও এনেবোৰ কামলৈ কেতিয়াও পিঠি দিব নাপায়। ব্যক্তিগত কাম আৰু দেশৰ কামৰ মাজত সদায়েই পাৰ্থক্য আছে। কোন ডাঙৰ? দেশ ডাঙৰ নে একোজন মানুহ ডাঙৰ? "আমাক বাহিৰৰ মানুহে ভুল বুজে?" —এইদৰে হামৰাও কাঢ়ি থকাৰপৰা লাভ কি? শুদ্ধ বুজিবলৈ আমি কৰিছোঁ কি? নিজৰ ভাষা, সাহিত্য, সংস্কৃতি বাহিৰত প্ৰচাৰ কৰাটো আমাৰ জানো সকলোৰে কৰ্ত্তব্য নহয়? অসমৰ পুনৰ্গঠনৰ বিষয়ে, ফেডাৰেল আঁচনিৰ বিষয়ে তোলপাৰ লাগিছে। এটা প্ৰৱন্ধৰ বাহিৰে অসমৰ কাকত-আলোচনীত এই বিষয়ে কিমান তথ্যপূৰ্ণ প্ৰৱন্ধ ওলাল? আজিৰ দিনত কঠোৰ শ্ৰম কৰিবলৈ প্ৰস্তুত নহ'লে কেৱল ভাব-উচ্ছ্বাসেৰে কোনো কাম সিজাব নোৱাৰি। "আমি অসমীয়া নহওঁ দুখীয়া" বুলি উচ্চস্বৰে ক'লেই নহ'ব। আজিৰ পৰিপ্ৰেক্ষিতত "দুখীয়া" যে নহওঁ, সেইষাৰ কথাৰ প্ৰমাণ দিব লাগিব। প্ৰমাণ দিবলৈ হ'লে শ্ৰম কৰিবলৈ প্ৰস্তুত হ'ব লাগিব। উনৈশ শ ষাঠি চনৰ ভাষা-বিবাদৰ সময়ত হৈছিল কি? সমস্যাটোৰ বিষয়ে গৱেষণা কাৰ্য্যত বঙ্গদেশৰ শিক্ষিত সমাজ মনপুতি লাগি গৈছিল। বঙ্গদেশৰপৰা অহা কিতাপেৰে দিল্লী উপচি পৰিছিল। এখন কিতাপত দেখিছিলোঁ অসম চৰকাৰৰ অধীনত প্ৰত্যেকটো বিভাগতে আই. এ. এচ. কৰ্ম্মচাৰীৰপৰা আৰম্ভ কৰি চাপ্ৰাচী-পিয়নলৈকে কোনটো সম্প্ৰদায়ৰ কিমান মানুহে কাম কৰে, তাৰ এখন গৱেষণামূলক নক্সা। সেইদৰে আন এখনত দেখিছিলোঁ: চাহ-বাগিচাৰপৰা আৰম্ভ কৰি সম্প্ৰদায়ৰ ভিত্তিত আমাৰ প্ৰদেশৰ শিল্প-উদ্যোগত থকা লোকৰ

এখন তথ্যমূলক চিত্ৰ। এনে উদাহৰণ অলেখ দিব পাৰি। কেৱল আবেগেৰে যুঁজাতকৈ তথ্য-পাতিৰে যুঁজিব পৰাটো বেছি ভাল।

ওপৰত উল্লেখ কৰা ধৰণৰ কিতাপবোৰ অধ্যয়ন কৰি বঙালী জাতিটোৰ প্ৰতি শ্ৰদ্ধাত মূৰ দোঁ খাইছিল। ইমান শ্ৰম, ইমান অধ্যৱসায় কৰিব পৰা জাতি এটা জীয়াই নাথাকি থাকিব কোন? আৰু আমি কৰিলোঁ কি? চেনি বেচা কাগজত সমস্যাটোৰ বিষয়ে আমাৰ যি দুখন পুস্তিকা ওলাল, সেই দুখন দিল্লী পালেহি সংসদত সমস্যাটোৰ বিতং আলোচনা হৈ যোৱাৰ পিছত। এয়ে আমাৰ সজাগতা, চেতনা। এটা কথাত মই বিশ্বাস নকৰোঁ: নিজে যিটো কাম কৰিবৰ কাৰণে অপাৰগ, সেইটো কাম আনে কৰিব নোৱাৰাৰ কাৰণে সমালোচনা নকৰোঁ আৰু সকলো কাম একেজন মানুহেই যে কৰিব লাগে, সেইষাৰ কথাও বিশ্বাস নকৰোঁ। আমাৰ কি? কামত আমাৰ ৰতি নাই। আনক মাথোন সমালোচনা কৰোঁ—নিজে কিন্তু একো কৰিব নোৱাৰোঁ বা নকৰোঁ।

আৰু এই সমালোচনাবোৰ? সেইবোৰৰ স্বৰূপ কি? কেৱল যুক্তিহীন বিদ্বেষ, আক্ৰমণ, আক্ৰোশ? বিদ্বেষ যেতিয়া একমাত্ৰ অনুভূতি হয়, তেতিয়া যুক্তি হেৰাই যোৱাটো স্বাভাৱিক কথা। ধৰক, আমাৰ কোনোবা এখন কিতাপৰ সমালোচনা ওলাইছে, সেই সমালোচনাত পাব কি? কিতাপৰ অন্তৰ্বৰ্ত্তী আলোচনাৰ বস্তুতকৈও লেখকৰ ব্যক্তিগত চৰিত্ৰ বিশ্লেষণ, নহয় জানো? লেখক 'অহঙ্কাৰী' মানুহ হ'লেই জানিবাঁ, তাৰ কিন্তু পৰিচয় কিতাপখনত নাই, তথাপি পাব। অন্তৰ্বৰ্ত্তী বস্তুৰ যি আলোচনা হয়, তাত পাব ভুল তথ্য, ভুল চিন্তাৰ পৰিচয়। তথ্য বা চিন্তাৰ ভুল অমাৰ্জ্জনীয় বুলি নাভাবোঁ। মানুহ মাত্ৰেৰেই ভুল হয়: "পথী সৱ উবয় পথা অনুসাৰে"। কিন্তু অযথা গালিবোৰ পাৰে কিয়? এনে অভ্যাস নীচাত্মিকা মনোভাৱৰ পৰিচয়। আপুনি ডাঙৰ হ'ব খুজিছে, জাকত জিলিকিব খুজিছে, হওক। অসমীয়া সমাজে আপোনাক আঁকোৱালি ল'ব। সেইবুলি আনক গালি পাৰি



হেয় কৰি ডাঙৰ হ'ব খোজে কিয়? কাম কৰক। কামেৰে ডাঙৰ হওক। এইখিনিতে মোৰ ৰবীন্দ্ৰনাথৰ কথা এষাৰ মনত পৰিছে। কৱিগুৰুৱে কৈছিল: "ব্ৰাহ্মণে যেতিয়া শূদ্ৰক নিম্নগামী কৰিব খোজে, তেতিয়া শূদ্ৰ নিম্নগামী নহয়, ব্ৰাহ্মণ হে হয়।" এই কথাষাৰৰ অৰ্থ বহল। সেইকাৰণে উল্লেখ কৰিছোঁ।

এইখিনিতে আৰু একেষাৰ কথা ক'ব খুজিছোঁ। আপোনাসকল, সম্পাদকসকলৰো দায়িত্ব কম নহয়। আপোনাৰ যিমানেই বন্ধু নহওক লাগিলে, কেতিয়াবা কোনোবাই যদি কাৰোবাৰ বিষয়ে অযথা আক্ৰমণাত্মক কথা লেখে, সেই কথা কাটি দিব পৰা শক্তি থকা উচিত। কাৰণ, দেশত বিষাক্ত বায়ুমণ্ডল সৃষ্টি কৰা অনৈতিক অধিকাৰ থাকিলেও নৈতিক অধিকাৰ কাৰো থাকিব নোৱাৰে। তাৰ পৰিৱৰ্ত্তে আপোনা-সকলে কৰে কি? আনকি মৰিশালিতো লগ পোৱা কোনোবা কংগ্ৰেছী নেতাক কয়: "আমাৰ আলোচনীত অমুকে অমুকৰ বিষয়ে লেখা সমালোচনাটো পঢ়িছে নে? বাৰুকৈয়ে এশিকনি দিয়া হৈছে।" ...... আনক অযথা "এশিকনি" দিয়াৰ মনোভাৱ পৰিত্যাগ কৰিব পাৰিলে ভাল। এনেবোৰ কথা ৰুগ্ন মনৰ পৰিচয়। পাৰিলে মানুহৰ ভালটো কৰিব লাগে। কেতিয়াও কাৰো অহিত চিন্তা কৰিব নাপায়। সাহিত্য-সমালোচনা সাহিত্যিক দৃষ্টিভঙ্গীৰে হোৱা উচিত। বিদ্বেষী ৰচনাই ৰাজনৈতিক উদ্দেশ্য সাধন কৰিব পাৰে। পঢ়ুৱৈসমাজৰ ৰুচি গঢ়িব নোৱাৰে। ৰাজনৈতিক উদ্দেশ্যৰ কথা কোৱাৰ কাৰণে আপুনি চাগৈ আচৰিত হৈছে। নহ'ব। ধৰি লওক, বিৰোধী প্ৰাৰ্থী স্বৰূপে নিৰ্ব্বাচনত আপুনি প্ৰতিদ্বন্দ্বিতা কৰিছে। আপোনাক বিৰোধিতা কৰা প্ৰাৰ্থীজনে আপোনাৰ বিপক্ষে লেখা সেই প্ৰবন্ধটোকে পুনৰ মুদ্ৰণ কৰি গাঁৱে-ভূঞে বিলাই দিছে। তাৰপৰা লাভ হ'ল কি? চহৰত বহি তথাকথিত বিলাসী জীৱন অনুকৰণ কৰা মানুহে গাঁৱৰ মানুহৰ মনস্তত্ত্ব বুজিব নোৱাৰে। এই বিষয়ে মই বহুত কথা লেখিব পাৰোঁ। নেলেখোঁ।

সঁচা কথা, ঈৰ্ষা মানৱ অন্তৰৰ সহজাত বস্তু। সেইবুলি ঈৰ্ষা জানো বিসৰ্জন দিব নোৱাৰি? ঈৰ্ষা বিসৰ্জন দিবলৈ হ'লে, প্ৰথমতে প্ৰয়োজন আত্ম-বিশ্বাসৰ। যাৰ আত্ম-বিশ্বাস নাই, সি সহজেই ঈৰ্ষাপৰায়ণ হয়। দ্বিতীয়তে প্ৰয়োজন কিবা এক আদৰ্শৰ প্ৰতি অনুৰাগ। মই ভাবোঁ: এই আদৰ্শ মানৱ-প্ৰেম হ'লে ভাল। মানৱ-প্ৰেমৰে সৈতে দেশপ্ৰেম সাঙোৰ খাই থাকে। মানুহক ভাল পাবলৈ শিকাতকৈ আৰু ডাঙৰ শিক্ষা নাই। এইযাৰ কথা গান্ধীজীয়ে বাৰে বাৰে কৈছিল। আমাৰ দেশখন দুখীয়া মানুহৰ দেশ। স্বাভাৱিকতে এইখন দেশৰ মানুহে ভাগ্যৱানজনৰ স্নেহ-শ্ৰদ্ধা অধিকভাৱে বিচাৰে। আমাৰ কৰিবলগীয়া কাম বহুতো আছে। এইকাৰণেই আদৰ্শবাদী উদ্যোগী মানুহৰ প্ৰয়োজন। প্ৰয়োজন এনে এচাম মানুহৰ, যিচাম মানুহ দেশৰ কামত ব্ৰতী হ'বলৈ সদা-প্ৰস্তুত। দেশৰ কাম মানে কেৱল ৰাজনীতিয়েই নহয়। সাহিত্য-সংস্কৃতিৰপৰা আৰম্ভ কৰি শিল্প-উদ্যোগলৈকে দেশৰ কাম। শিল্প-উদ্যোগৰ কথা এইকাৰণেই কৈছোঁ: যেতিয়া কোনোবা অসমীয়া ডেকাক কাৰবাৰত লগা দেখোঁ, তেতিয়া ভাল পাওঁ। এনে ডেকাক চৰকাৰে সহায় কৰা উচিত। আমাৰ যিসকল ৰাজনৈতিক নেতাই কয়: "এ, অসমীয়া ল'ৰাই কি কৰিব!" সেইসকলক মই বেয়া পাওঁ। সুযোগ-সুবিধা পালে অসমীয়া ল'ৰাই সকলো পাৰিব। আজি এঘাৰ বছৰকাল দিল্লীত আছোঁ। ভাৰতৰ আন প্ৰান্তৰ বহুতো মানুহ নিবিড়ভাৱে লগ পাইছোঁ। ক'তা, আমাৰ মানুহতকৈ কোনো গুণে দেখোন শ্ৰেষ্ঠ নহয়।

এই ক্ষেত্ৰত আমি অসমীয়াই এটা দোষ বৰ্জন কৰা উচিত। সেইটো হৈছে অলপ কথাতে আমি সন্তুষ্ট হওঁ; অলপ হ'লেই আমি মূৰে-ভৰি-কঢ়া হওঁ। এইযাৰ কথাৰ উদাহৰণ বহুতো দিব পাৰোঁ। পৃথিৱীখন গুৱাহাটীতকৈ বা দিল্লীতকৈ বহুত বহল। পৃথিৱীত কৰ্ম্মদক্ষ মেধাবী মানুহ অলেখ আছে। "ইলাষ্ট্ৰেটেড্ উইক্লি" আলোচনীত কেতিয়াবা প্ৰবন্ধ এটা ওলালেই উত্ৰাৱল হ'ব লগা কিটো আছে?



তাহানি কটন কলেজত পঢ়োঁতে ইংৰাজী অনাৰ্চ্ শ্ৰেণীত আমাৰ এজন অধ্যাপকে কৈছিল: "নিৰলে কাম কৰি যোৱা। হৈ চৈ নকৰিবা। সকলো ভাল হ'ব।" সেইজনা শিক্ষাগুৰু আজি এই পৃথিৱীত নাই। মোৰ মনত কথাযাৰ শিলৰ ৰেখা হৈ আছে। পঢ়াশালিৰ পণ্ডিতেই হওক বা বিশ্ববিদ্যালয়ৰ অধ্যাপকেই হওক, শিক্ষাগুৰুতকৈ আৰু ডাঙৰ বস্তু নাই। যাৰ পদমূলত বহি তুআষাৰ কথা শিকা যায়, সেই শিক্ষাগুৰু পিতৃ-মাতৃৰ সমান। সেইকাৰণে শিক্ষাগুৰুক অসন্মান কৰা বুলি শুনিলে মনটোৱে মোৰ বিদ্ৰোহ কৰি উঠে।

আমাৰ সমাজ আজি পতনমুখী হৈছে। ইয়াৰ কাৰণ আজি আমি মানুহবোৰ বৰ আত্মকেন্দ্ৰী হৈ পৰিছোহঁক। নিজৰ হ'লেই সকলো হ'ল। আনে খাবলৈ নাপাই মৰক। দেশখন ৰসাতললৈ যাওক, কোনো কথা নাই। আজি এঘাৰ বছৰে কেৱল নিজকে লৈ ব্যস্ত থকা মানুহৰ এনে ধৰণৰ চিঠি-পত্ৰ বহুতো পাইছোঁ। অৱশ্যে এইযাৰ কথাও সঁচা, সকলো মানুহ যে দেশৰ চিন্তাকে লৈ ব্যস্ত হৈ থাকিব লাগিব, সেইযাৰ কথা সদায়েই সঁচা নহয়। তথাপি ক'ম, দেশ-প্ৰেম আৰু মানৱ-প্ৰেমেৰে আপ্লুত হৈ কাম কৰি যাওক। এইদৰে কাম কৰি যাওঁতে, কাৰোবাৰ যদি কল্যাণ হয়, সেয়া ভগৱানৰ কৃপা—এনেদৰে ভাবিব। ভগৱানে চকু মেলি নাচালে, কোনো মানুহে কোনো কাম কৰোঁ বুলি কৰিব নোৱাৰে। ভল্টায়াৰে কৈছিল: "Even if God does not exist, one must invent Him." ভগৱান আৱিষ্কাৰ কৰাটো বৰ টান কাম। সেইবুলি ভগৱানত বিশ্বাস ৰখাত আপত্তি কি? ভগৱান-বিশ্বাসে মানুহক মনোবল দিয়ে, সাহস দিয়ে, ধৈৰ্য্য দিয়ে, আত্ম-বিশ্বাস দিয়ে।

মনত উদয় হোৱা বহুতো কথাৰ কেইটামান আপোনালৈ লেখিলোঁ। এয়া প্ৰবন্ধ নহয়, এডুখৰি চিঠি হে। মই যেতিয়া ডেকা, মোক ভাল পোৱা বয়োবৃদ্ধ ব্যক্তি এজনে কৈছিল: "তুমি কিমান প্ৰবন্ধ লেখা? নেলেখিবা। আমনি লাগি মানুহে তোমাক দেখিব নোৱাৰা হ'ব।" মানুহৰ আমনি লগাটো স্বাভাৱিক কথা। মানুহক লৈ জীয়াই আছোঁ।

মানুহেই যদি দেখিব নোৱাৰা হয়, তেন্তে পৰিত্ৰাণ ক'ত? পাৰ্লামেণ্টৰ সতীৰ্থ এজনে প্ৰায়েই কয়ঃ "তুমি কিতাপ লেখা কিয়? প্ৰবন্ধ লেখা কিয়? প্ৰকৃত জ্ঞানী মানুহে কিতাপ নেলেখে। প্ৰবন্ধ নেলেখে।" এইবুলি কৈ চক্ৰেটিচবপৰা আৰম্ভ কৰি কিতাপ, প্ৰবন্ধ নেলেখা জ্ঞানী মানুহৰ তালিকা এখন মানুহজনে দাঙি ধৰে। এইযাৰ কথাত কোনো যুক্তি নাই। তাতোকৈ ডাঙৰ কথা হৈছে, মই "জ্ঞানী মানুহ" নহওঁ। সেইকাৰণেই দুই-চাৰিটা প্ৰবন্ধ আৰু দুই-চাৰিখন কিতাপ লেখিছোঁ।

···আপোনালৈ প্ৰবন্ধ লেখিব নোৱাৰা কাৰণে বেয়া নাপাব। দেশহিতৈষী কামত ব্ৰতী হোৱা মানুহক মই ভাল পাওঁ। শিক্ষকতাৰ দৰে সাংবাদিকতাও এবিধ দেশহিতৈষী কাম। এই চিঠিৰেই আপোনাৰ আৰু "অসম বাতৰি" কাকতৰ কল্যাণ কামনা কৰিলোঁ। ভগৱানে আপোনাসকলৰ মঙ্গল কৰক। প্ৰীতি-সম্ভাষণ জানিব। ইতি—

নতুন দিল্লী

৮ অক্টোবৰ: '৬৭

আপোনাৰ



মৰমৰ মহন্ত,

আপোনাৰ কাকতৰ সম্পাদকীয়টো পঢ়ি আপোনালৈ কালি বৰকৈ মনত পৰিছিল। মনত পৰাৰ কাৰণেই এই চিঠিখন লেখিবলৈ ওলাইছোঁ। অৱশ্যে সম্পাদকীয়ত প্ৰকাশ পোৱা বিষয়-বস্তুৰ বিষয়ে লেখিব খোজা নাই। মনলৈ অহা কেইটামান অভিজ্ঞতাৰ কথা হে লেখিব খুজিছোঁ। যিমানেই অভিজ্ঞতা মনত সঞ্চিত হয়, সিমানেই মানুহৰ মন পূৰঠ হয়। সঙ্কীৰ্ণভাৱে অভিজ্ঞতাৰ সীমা বিভাজন কৰিবলৈ গ'লে সামগ্ৰিকভাৱে অভিজ্ঞতা কেতিয়াও সম্পূৰ্ণ হ'ব নোৱাৰে। ভাল অভিজ্ঞতাই মানুহৰ মন যেনেকৈ সাৰুৱা কৰে, তেনেকৈ বেয়া অভিজ্ঞতায়ো কৰে। জীৱন নিটোল কৰা উদ্দেশ্যৰে দুয়োবিধ অভিজ্ঞতাৰ প্ৰয়োজন আছে। সেইবুলি বিশেষ এক অভিজ্ঞতা অৰ্জ্জনৰ ক্ষেত্ৰত নিজকে একেবাৰে বিলীন কৰি দিয়াটো বৰ শুদ্ধ কথা নহয়। এনে কৰিবলৈ যোৱা মানে জীৱনক এঢলীয়া কৰা। জীৱনত কেনেকৈ উভয়বিধ অভিজ্ঞতাৰে প্ৰয়োজন আছে, সেই বিষয়ে 'ডক্টৰ জেকেল্ এণ্ড মিঃ হাইড্' বোলা কাহিনীটো পঢ়ে তাসকলে জানে।

সকলো ক্ষেত্ৰতে নিৰ্লিপ্ততাৰ প্ৰয়োজন। আমাৰ দৰ্শনশাস্ত্ৰই ইয়াকে কয়। অনাসক্তি বা 'নিষ্কাম কৰ্ম্ম' ভাৰতীয় চিন্তাবস্তুৰ মূল অনুপ্ৰেৰণা। গান্ধীজীয়ে এইযাৰ কথালৈ আমাৰ সকলোৰে দৃষ্টি আকৰ্ষণ কৰি থৈ

গৈছে। কিবা এটা বস্তুৰ প্ৰতি আসক্তিয়ে অন্য বস্তুৰ প্ৰতি মানুহক অন্যমনস্ক কৰাটো উচিত নহয়। আদৰ্শবাদৰ প্ৰতি আসক্তিয়ে বাস্তৱৰ প্ৰতি মানুহক অন্ধ কৰাটো ভুল কথা নহয় জানো? সেইদৰে বাস্তৱৰ প্ৰতি আসক্তিয়ে, আদৰ্শবাদৰ প্ৰতি মানুহক অন্ধ কৰাটো উচিত জানো? এইকাৰণেই সম্ভৱতঃ ইংৰাজ কৱি ৱৰ্ডচ্‌ৱৰ্থে স্বৰ্গ আৰু মৰ্ত্ত্যৰ মাজত চিন্তাৰ সেঁতু বান্ধিবলৈ যত্ন কৰিছিল। আচলতে জীৱনটো হৈছে এক সমন্বয়।

বেয়া নাপাব, অযথা কিছুমান দৰ্শন-বস্তুৰ ভিতৰত সোমাই পৰিছোঁ। আজি আপোনাক দেশৰ ভিতৰতে ভ্ৰমণৰ জৰিয়তে আহৰণ কৰা কেইটামান অভিজ্ঞতাৰ কথা ক'ব খুজিছোঁ। আপুনি জানেই, ৰেল-যাত্ৰাৰ অভিজ্ঞতাৰ কথা বৰ আমোদজনক। ৰেল-গাড়ীৰ একোটা কক্ষত বিধে বিধে মানুহ সোমায়। প্ৰত্যেকৰে কথা-বতৰা, ধৰণ-কৰণ সুকীয়া। কোনো কোনোৱে গাড়ীৰ কক্ষৰ ভিতৰত সোমায়েই টোপোলা মেলি খাবলৈ লয়। ল'ৰা-ছোৱালীয়ে কোঁহাল লগায়। কোনো কোনোৱে কল খাই ভিতৰতে বাকলি পেলায়। সেই বাকলিত পিছল খাই পৰি যে কাৰোবাৰ হাত-ভৰি ভাগিব পাৰে, সেই বিষয়ে কল খাওঁতাজনৰ চিন্তা নাই।

আনৰ কাৰণে যেতিয়া চিন্তা কৰিব পাৰে, তেতিয়াই মানুহ মহৎ হয়। বৰ্ত্তমান ভাৰতীয় মানুহৰ এইটো বস্তুৰে অভাৱ। আমি পছিমীয়া সাজ-পাৰ, ধৰণ-কৰণ গ্ৰহণ কৰিছোঁ। আত্মাটো গ্ৰহণ কৰিব পৰা নাই। ইংৰাজ এজনক আপুনি যেতিয়া কলমটো খোজে, তেওঁ কলমটো খুলি নিবটোৰ ফাল নিজে ধৰি নালটো আপোনালৈ আগবঢ়াই দিয়ে। দেখাত কথাটো বৰ সাধাৰণ। সাধাৰণ যদিও ইয়াৰ জৰিয়তে চিন্তাৰ যি পৰিচয় ফুটি উঠিছে, সেইটো মন কৰিবলগীয়া। কলমৰ নিবটোৰ ফাল আপোনালৈ আগবঢ়াই দিলে কেনেবাকৈ নিবৰ জোঙাডোখৰ লাগি আপোনাৰ হাতৰ তেজ ওলাব পাৰে, কাৰণ হৈছে সেইটো। দকৈ ভাবি চালে ওলাই পৰিব, পূৰ্বঠ মনৰ মানুহে হে আনৰ কাৰণে চিন্তা কৰিব পাৰে।



ইয়াৰ তুলনাত আমাৰ ভাৰতীয় জাতিটোৰ প্ৰকৃতি কেনে কুৎসিত, এবাৰ ভাবি চালে স্পষ্ট হৈ পৰিব। দিল্লীৰ চিটিবাচৰ বিষয়ে "দিল্লীৰ ডুখৰীয়া ছবি" বোলা কিতাপখনত লেখা অণু বৰুৱাৰ প্ৰবন্ধটো পঢ়ি চাইছোঁ। তাত এটা কথা নাই। পৰাপক্ষত দিল্লীৰ চিটিবাচত মই নুঠোঁ। কাৰণ? ধৰি লওক, আপোনাৰ পাছফালৰ চিটটোত কোনোবা মহিলা বহিছে। বহিয়েই আপোনাৰ চিটটোৰ পাছফালে তেওঁৰ চৰণযুগল তুলি দিব। গাড়ী চলাৰ লগে লগে সেই চৰণযুগলে আপোনাৰ নিতম্বযুগল খুচি যাব। এনে অৱস্থাত চিটিবাচত উঠি কিবা জানো আৰাম আছে? বৰ্ত্তমান যুগৰ ভাৰতীয় মানুহৰ শিষ্টাচাৰ জ্ঞান একেবাৰে নিঃশেষ হৈ গৈছে। আমাৰ দেশত প্ৰাচীন যুগত শিষ্টাচাৰৰ বিশেষ এক ৰীতি-নীতি আছিল। বৰ্ত্তমান আমাৰ সামাজিক জীৱন দোমোজাৰ বস্তু। প্ৰাচীনক বৰ্জ্জন কৰা হৈছে যদিও আমাৰ কাৰণে নতুন একো উদ্ভাৱিত হোৱা নাই। সেইকাৰণেই সমাজত শৃঙ্খলাহীনতা বাঢ়ি আহিছে।

আৰু এবাৰৰ কথা। উৰাজাহাজেৰে কলিকতাৰপৰা দিল্লীলৈ আহিছোঁ। মোৰ সমুখৰ আসনখনত এগৰাকী আধুনিকা মহিলা। ৰাতি আহাৰ শেষ কৰিয়েই তেওঁ শুবলৈ ল'লে। তেওঁ বহা আসনখনৰ স্প্ৰিংডাল ছিগা। মহিলা গৰাকীয়ে আসনখনৰ বুতাম টিপি দিলে। মহিলা গৰাকীৰে সৈতে মেটমৰা আসনখনে মোক একেবাৰে হেঁচা মাৰি ধৰিলে। সেইফালে মহিলা গৰাকীৰ অকণো ভ্ৰূক্ষেপ নাই। আসনত ভৰি-হাত তুলি মানুহ গৰাকী শুই পৰিল। অলপ পিছতে তেওঁৰ নাকে গুজৰিবলৈ ধৰিলে। আৰু এটা অশান্তি। উৰাজাহাজখন দিল্লীৰ বিমান-বন্দৰ যেতিয়া পালেহি, তেতিয়া হে ৰক্ষা।

এনেধৰণৰ আৰু এটা ঘটনা মনত পৰিছে। জাৰৰ দিন। সেইবাৰো কলিকতাৰপৰা দিল্লীলৈ উৰাজাহাজেৰে আহিছোঁ। মোৰ ৰঙচুৱা কম্বলখন জাপি প্লেনৰ ওপৰৰ ৰেকত সজাই থৈছোঁ। ৰেকত প্ৰত্যেকজন যাত্ৰীৰ কাৰণে একোখন নীলা কম্বল ৰখা হৈছে। মোৰ

সিফালৰ যাত্ৰী এজনক দেখিলোঁ ঃ কোনো কথা নাই, মোৰ ৰঙচুৰা কম্বলখন নমাই সমগ্ৰ দেহ আবৃত কৰি শুই পৰিছে। দিল্লীৰ বিমান-বন্দৰত নামিবৰ সময়ত মানুহজনক কলোঁ ঃ "সেইখন মোৰ কম্বল, দিব নে?" নামিবৰ কাৰণে মানুহজনো প্ৰস্তুত হৈছে। এটা শব্দও উচ্চাৰণ নকৰাকৈ মোৰ ফাললৈ মানুহজনে কম্বলখন দলিয়াই দিলে। আনকি "বেয়া নাপাব। মই দুঃখিত"—এনেধৰণৰ কথা এষাৰো মুখত মানুহজনৰ উচ্চাৰিত নহ'ল। নিজকে মই প্ৰবোধ দিলোঁ ঃ একো কথা নাই। এইখনেইতো ভাৰতবৰ্ষ। এইবোৰেইতো আমাৰ মানুহ।

এনেবোৰ অৱস্থাত অভিজ্ঞতা আহৰণ কৰিবলৈ হ'লে কেতিয়াও নিজৰ পৰিচয় দিব নাপায়। পৰিচয় দিলেই অভিজ্ঞতা আহৰণ কৰা সকলো প্ৰচেষ্টা বিফল হোৱা সম্ভৱ। পুৰুষ একোজন সাজে-পাৰে তেনেই চাহাব। নাৰী একোগৰাকী নাইলনৰ ৰঙীণ শাৰী, চিত্ৰ-বিচিত্ৰ পেট ওলোৱা ব্লাউজ পিন্ধি, ওঁঠ ভাটৌ চৰাইৰ ঠোঁটৰ দৰে বোলাই লৈ একেবাৰে একোজনী আধা-কেঁচেলুৱা মেম। সেইবুলি কাৰোবাৰ জানো শিষ্টাচাৰ জ্ঞান আছে?

এবাৰ অসমৰ চহৰ এখনৰ দোকান এখনত বহি আছোঁ। এইফালৰ এযোৰা অত্যাধুনিক পুৰুষ-মহিলা দোকানখনত সোমাইছেহি। এই-ফালৰপৰা বৰ্ত্তমান অসমলৈ যোৱা মানুহে নিজকে কিবা এক বিশেষ গোষ্ঠীৰ বুলি ভাবে। এইবোৰকে দেখি-শুনি আমাৰ অনুকৰণপ্ৰিয় অসমীয়া কিছুমানবো গাত গোসাঁই নোহোৱা হয়। এই বিষয়ে লেখিব পৰা সমল মোৰ হাতত বহুতো আছে। দোকানৰ চকীখনতে বহি আছোঁ। এনেতে সেই মানুহযোৰা সোমালহি। সোমায়েই মহিলা গৰাকীয়ে এফালৰ শাৰীখন অলপ ওপৰলৈ উজাই লৈ মই বহি থকা চকীখনৰ এফালে ভৰিটো তুলি কিবা এক ভঙ্গীত বৈ থাকিল। মহিলা গৰাকী বগী যদিও দেখিবলৈ অকণো শুৱনী নহয়। বুকুৰে-পেটে সমান। এটা জানিবাঁ আল্‌কতৰাৰ পিপা হে।



ৰেল-যাত্ৰাৰ অভিজ্ঞতাৰ বিষয়ে বহুত কথা লেখিব পাৰি। এবাৰ দিল্লীৰপৰা এলাহাবাদলৈ ৰাতিৰ গাড়ীত যাত্ৰা কৰিছোঁ। দিল্লী ষ্টেচনৰপৰা গাড়ী তেতিয়াও এৰা নাই। বতৰ জাৰো নহয়, গৰমো নহয়। গাড়ীত উঠিয়েই ৰিজাৰ্ভ হৈ থকা তলৰ বাঙ্কত বিচনাখন পাৰি লৈ কিতাপ এখন পঢ়াত মনোনিৱেশ কৰিলোঁ। গাত মোৰ দীঘল ক'লা কোটটো। ৰেলগাড়ীৰ কক্ষৰ এচুকত বহি কিতাপখন পঢ়ি আছোঁ। এনেতে বঢ়িয়া সাজ-পাৰ পিন্ধা মানুহ এজন ৰেলখনত উঠিলহি। মানুহজনৰ পাছে পাছে হাতত একোটা উপহাৰৰ টোপোলা লৈ প্ৰায় আধাডজন আগবঢ়াই দিবলৈ অহা পুৰুষ-মহিলা। সাজ-পাৰৰ পিনৰপৰা প্ৰত্যেকজনেই অত্যাধুনিক। গাড়ীৰ কোঠা সোমায়ে লোকাপাৰ ঘূৰাদি মানুহজন ঘূৰিবলৈ ধৰিলে। মুখত নানা তৰহৰ ইংৰাজী গালি। প্ৰত্যেকটো বাক্যতে 'জহৰা' প্ৰতিশব্দৰ অতিশয় ব্যৱহাৰ হৈছিল। মই কাণ পাতি শুনিছোঁ। মানুহে ইংৰাজী ক'লে সদায়েই কাণ পাতি শুনাটো মোৰ এক অভ্যাসত পৰিণত হৈছে। উদ্দেশ্য হৈছে ব্যাকৰণৰ কিমান ভুল হয়, তাৰ উমান লোৱা। ময়োতো শিক্ষক। তাহানিৰেপৰা কিমানবোৰ ছাত্ৰ-ছাত্ৰীৰ বহী শুধৰালোঁ।

এতিয়া প্ৰশ্ন হৈছে, মানুহজনৰ ইমানটো খং কাৰ ওপৰত? ৰেলৰ মানুহে তেওঁৰ কাৰণে ওপৰৰ বাঙ্ক্‌টো ৰিজাৰ্ভ কৰি থৈছে। খঙৰ গুৰি হৈছে এইটোৱেই। এনেতে ৰেলৰ কৰ্ম্মচাৰী এজন আগবাঢ়ি আহি ক'লে, "আপুনি আমাক খবৰ দিয়া পলম হ'ল। গতিকে উপায় নাপাই ওপৰৰ বাঙ্ক্‌টোকে দিব লগা হ'ল। ক্ষমা কৰিব।" এনেদৰে ৰেলৰ কৰ্ম্মচাৰীজনে ক'বলৈ হে পালে, মানুহজনৰ খং মাঘ-মহীয়া মেজিৰ জুই হ'ল। "মই কোন চিনি পোৱা নাই? তহঁতৰ চাকৰি মই খাই ল'ম।" কথাষাৰ শুনি ময়ো চঁক্ খালোঁ। এইজন নিশ্চয় এলা-পেচা মানুহ নহয়। এনেকৈ ভাবি এবাৰ লাহেকৈ প্লেটফৰ্মলৈ নামি গলোঁ। অলপ ইফাল-সিফাল কৰি থাকি আকৌ গাড়ীত উঠিলোঁ। উঠিবৰ

সময়ত লাহেকৈ গাড়ীৰ বাহিৰত ওলোমাই থোৱা ৰিজাৰ্ভেচন্ কাৰ্ডখন চালোঁ। তাত লেখা আছে ঃ "অমুক প্ৰদেশৰ সমবায় বিভাগৰ মন্ত্ৰীৰ পাৰ্চনেল্ এচিষ্টেণ্ট্।" কথাষাৰ জানি মোৰ বৰকৈ হাঁহি উঠিছিল। কোনোবা এখন প্ৰদেশৰ কোনোবা এজন মন্ত্ৰী। মন্ত্ৰীও হৈছে সমবায় বিভাগৰ। সেইজনা মন্ত্ৰীৰে এইজনা হৈছে পাৰ্চনেল্ এচিষ্টেণ্ট্। লাখুটিতে ইমান।

ৰেল চলিবলৈ ধৰিলে। পিন্ধি অহা সাজযোৰ সলাই চাহাবী নৈশ-সাজ পিন্ধি মানুহজন ওপৰৰ বাঙ্কত উঠিবলৈ প্ৰস্তুত হ'ল। তেতিয়াও মানুহজনৰ গালি অন্ত পৰা নাই। এইবাৰ অৱশ্যে স্বগতঃ চলিছে। নিজৰ ক্ষমতা প্ৰকাশ কৰা উদ্দেশ্যেৰেই যে মানুহজনে এনেদৰে খঙৰ প্ৰদৰ্শন কৰিছে, সেইযাৰ কথা বুজিবলৈ সৰহ সময় নালাগিল। এবাৰ মানুহজনে মোৰ ফাললৈ খঙেৰে চাই সুধিলে ঃ "আপুনি কি? আপুনি ৰেলৰ কৰ্ম্মচাৰী নেকি?" ইংৰাজী 'ইউ' শব্দটো ব্যৱহাৰ কৰিছিল। গতিকে আপুনিয়েই বুলিছিল নে তয়েই বুলিছিল, একো ধৰিব পৰা নাছিলোঁ। মোৰ গাৰ ক'লা কোট-চোলাটোৱেই কাল হ'ল। গাৰ ক'লা কোট-চোলাটো দেখি তেওঁ মোক সম্ভৱতঃ ৰেলৰ কোনোবা কৰ্ম্মচাৰী বুলি ভাবিছিল।

অতি নম্ৰভাৱে কলোঁ ঃ "মই চাৰ, ৰেলৰ কৰ্ম্মচাৰী নহওঁ।" এনেকৈ ক'বলৈ হে পালোঁ মানুহজন গুজৰি উঠিল ঃ "তেন্তে আপুনি কি কৰি খায়?" লাহেকৈ উত্তৰ দিলোঁ ঃ "পাৰ্লামেণ্টৰ সদস্য স্বৰূপে যিকেইটা পইচা পাওঁ, তাৰেই কোনো ৰকমে চলি আছোঁ।" এইবাৰ মানুহজনৰ মাত কুমলিল ঃ "আপুনি চাৰ পাৰ্লামেণ্টৰ সদস্য। নামটো দয়া কৰি ক'ব নে?" নামটো কোৱাৰ লগে লগে একেকোবে বাঙ্কত উঠি মানুহজন নিৰলে শুই পৰিল। পুৱা সাৰ পাই উঠি দেখোঁ, মানুহজন তাত নাই।

মনতে কেতিয়াবা ভাবোঁ, অলপতে মানুহ কিয় বাৰু এনেকৈ মূৰে-ভৰি-কঢ়া হয়? সম্ভৱতঃ নিজৰ সীমাৱদ্ধতাৰ কথা নাজানে, সেই-



কাৰণেঁ। ইও হৈছে এবিধ নীচাত্মিকা মনোভাৱৰ কুৎসিত প্ৰকাশ। ৰেলৰ কৰ্ম্মচাৰীজনৰ চাকৰি এই মানুহজনে শেষ কৰি দিম বুলি কৈছিল। আনৰ বেয়াটো কৰা সহজ। ভালটো কৰা হে টান। যিমানদূৰ পৰা যায়, আনৰ ভালটো কৰিবলৈ হে যত্ন কৰা উচিত। বেয়াটো কৰাৰ কথা ভাবিবকে নাপায়। ই মহাপাপ।

আশাকৰোঁ ভালে আছে। প্ৰীতি-সম্ভাষণ জানিব।

নতুন দিল্লী
১১ মাৰ্চ্চ ঃ '৬৮

ইতি—
আপোনাৰ

মৰমৰ মহন্ত,

আপোনাৰ চিঠিখন পাইছোঁ। বিহুসংখ্যা "অসম বাতৰি" কাকতলৈ আগতে পঠোৱা 'চিঠি'খন ক'ৰবাত হেৰাল বুলি শুনি দুখ পাইছোঁ। সেইকাৰণে আজি আকৌ নতুনকৈ এখন চিঠি লেখিবলৈ ওলাইছোঁ। মোৰ কাৰণে প্ৰৱন্ধ লেখাটো অসম্ভৱ। গতিকে এই চিঠিখনকে লেখিছোঁ। বৰ্ত্তমান "বহাগতে পাতি যাওঁ বিয়া" বোলা কিতাপখন লেখাত বৰ ব্যস্ত।* শ্ৰুতলিপি লৈ আমাৰ ঘৰৰ মানুহজনীয়ে সহায় কৰি নিদিয়া হ'লে কিতাপখন লেখা যেনেদৰে অসম্ভৱ হ'লহেঁতেন, তেনেদৰে এই চিঠিখন লেখাও সম্ভৱ নহ'লহেঁতেন। ঘৰুৱা কাম-বন কৰি এওঁ সময় নাপায়। গতিকে আহুকাল দি থাকিবলৈ ভাল নালাগে।

বুঢ়া হৈ অহাৰ লগে লগে আজি-কালি মোৰ হাতখন কঁপিবলৈ লৈছে। হাতখনৰ কথা কওঁতে তাহানি ক'ৰবাত ডাক্তৰি বিদ্যাৰ বিষয়ে পঢ়া কাহিনী এটা মনত পৰিছে। কাহিনীটো এখন নাটকৰ জৰিয়তে ব্যক্ত কৰা হৈছে। শিল্পী এজনৰ হাত এখনত কিবা এটা বেমাৰ হৈছিল। ডাক্তৰে সেই হাতখন কাটি তাৰ পৰিৱৰ্ত্তে জেপ-লুৰুকা চোৰ এটাৰ হাত এখন লগাই দিলে। তেতিয়াৰেপৰা শিল্পীজনে হেনো

*এই কিতাপখন গুৱাহাটীৰ লয়াৰ্চ বুক ষ্টলৰ সৌজন্যত ছপাশালত আছে। সোনকালেই ওলাব।



আঁকিব নোৱাৰা হ'ল। জেপ-লুৰুকা কাৰ্য্যত কিন্তু অতি পাকৈত হ'ল। কথাটো বৰ আচৰিত যেন নালাগে নে বাৰু? ইমান দিনে আমি জানি আহিছিলোঁ: শিল্পীয়ে অন্তৰৰ অনুভূতিৰে ছবি আঁকে। ছবিত বুকুখন উবুৰিয়াই দিয়ে। হাত নিমিত্ত মাত্ৰ হে। সেইবুলি হাতৰ কৌশলৰ কথা নিষ্প্ৰয়োজনীয় বুলি ক'ব খোজা নাই।

আজি আপোনালৈ কেইটামান খুচুৰা কথা লেখিবলৈ ওলাইছোঁ। ডাঙৰ ডাঙৰ কথাত মনোনিৱেশ কৰোঁতে কৰোঁতে আমি খুচুৰা কথাৰ বিষয়ে অন্যমনস্ক হৈছোহঁক। এইখিনিতে আহুকাল। ভাৰতীয় চিন্তাদৰ্শনে এফালে যেনেকৈ উচ্চ পৰ্য্যায়ৰ কথাত মনোনিৱেশ কৰিছিল, তেনেকৈ খুচুৰা কথাতো মনোনিৱেশ নকৰাকৈ নাছিল। জীৱনটো হৈছে সৰু-বৰ কথাৰ নিটোল সমষ্টি। কোনোটোকে অস্বীকাৰ বা বৰ্জ্জন কৰিব নোৱাৰি।

নিতৌ মই জাপে জাপে চিঠি পাওঁ। ইয়াৰে কিছুমান চিঠি অত্যন্ত ব্যক্তিগত। একোখন চিঠিত সোধে: "আপুনি বিয়া কৰাইছে নে?" কোনোখন চিঠিত আকৌ সোধে: "আপোনাৰ খং উঠে নে?" এই প্ৰশ্নবোৰৰ উত্তৰ দিওঁ কেনেকৈ? মাজে-সময়ে খং নুঠিব কেলৈ? উঠে। অৱশ্যে খং বোলা বস্তুটো নিৰ্ম্মূল কৰিব নোৱাৰিলেও নিয়ন্ত্ৰিত কৰিব পাৰিলে ভাল। খং হৈছে বহুমূত্ৰ ৰোগৰ লেখীয়া। ইয়াক নিৰ্ম্মূল কৰিব নোৱাৰিলেও নিয়ন্ত্ৰণ কৰিব পাৰি।

সৰু সৰু কথাত মানুহৰ খং উঠিব লাগে কেলৈ? সাধাৰণতে সৰু কথাত মানুহৰ খং উঠা দেখা যায়। এইখিনিতেই হৈছে আহুকাল। ধৰি লওক, ৰাতিপুৱা চাহ-জলপান পাওঁতে পলম হৈছে। এইষাৰ কথাত জানো খং উঠিব পায়? এনেবোৰ খঙৰপৰা অশান্তি হে বাঢ়ে। আমাৰ দৰ্শন-শাস্ত্ৰই নিজক বুজিবলৈ কয়। নিজক বুজিব লাগে, সঁচা কথা। তাতোকৈ ডাঙৰ কথা হৈছে আনক বুজাটো। আনক বুজিব নোৱাৰিলে কোনো কথাই নিসিজে। এইষাৰ কথা তাহানি লীন্ উটাঙৰ কোনোবা এখন কিতাপত পঢ়া মনত আছে। এই বিষয়ে কোনোবা

এটা মাঘৰ বিহুৰ উৰুকাৰ দিনা নিশা লোকপ্ৰিয় গোপীনাথ বৰদলৈৰে সৈতে আলোচনা কৰাৰ কথাও মনত আছে। লীন্ উটাঙৰ মতেই বৰদলৈৰ মত। কিবা বিশেষ অৱস্থাত পৰি আপুনি যদি আন এজনে কৰাৰ দৰে তেনে ধৰণৰ গৰ্হিত কাম কৰিবলৈ প্ৰস্তুত নহয়, তেতিয়া হে তেনে কাম কৰোঁতাজনক সমালোচনা কৰিব। নহ'লে নীৰৱে থাকিব। আমি জানো নীৰৱে থাকোঁ ?

ক'ৰবাত ইংৰাজী কথা এষাৰ শুনিছিলোঁ: "A poet is no poet if he has anger, a politician is no politician if he has no anger." অৰ্থাৎ কৱিৰ খং থকাটো অনুচিত। সেইদৰে ৰাজনীতিজ্ঞৰ খং নথকাটো অনুচিত। কৱিৰ খং থাকিব নেলাগিব, এইষাৰ কথা বুজিবলৈ টান পাইছোঁ। সমাজ-সংস্কাৰক কৱিৰ খং থাকিব লাগিব। খং নথকা হ'লে শ্বেলীয়ে "মাস্ক্ অব্ এনাৰ্কী"ৰ লেখীয়া কৱিতা এটা ৰচনা কৰিলেহেঁতেন কেনেকৈ ? ইয়াৰ পম খেদি সৰহদূৰ যাব নালাগে। বিংশ শতিকাৰ তৃতীয় দশকৰ ইংৰাজ কৱি-শিল্পীসকলৰ ৰচনাৱলী ফঁহিয়াই চালেই কথাষাৰৰ প্ৰমাণ ওলাই পৰিব। কৱিৰ এই খং ৰাজনীতিজ্ঞৰ খঙৰ দৰে হ'ব লাগিব সমাজ-কেন্দ্ৰিক। ব্যক্তিগত নহয়। সমাজৰ অন্যায়-অবিচাৰ, ভণ্ডামি, শোষণ ইত্যাদিৰ বিৰুদ্ধে হৈছে এই খং। এই খং আমাৰ কৱি-শিল্পী অম্বিকাগিৰি ৰায়-চৌধুৰীৰ আছিল। নিজে যিষাৰ কথা জীৱনত প্ৰয়োগ কৰিবলৈ প্ৰস্তুত নহয়, সেইষাৰ কথা আনে জীৱনত স্বীকাৰ কৰি নোলোৱাৰ কাৰণে সমালোচনা কৰি কোনো লাভ নাই। নিজে অসৎ হৈ আনক সৎ হ'বলৈ কোৱাৰপৰা কিবা লাভ জানো আছে ? এনেদৰে ক'বলৈ যোৱাটো হৈছে চৰম স্বাৰ্থপৰতাৰ পৰিচয়। বৰ্ত্তমান এডৱাৰ্ড ডি' ক্ৰুজ্ নামৰ এজন পণ্ডিত ব্যক্তিৰ "ইণ্ডিয়া ঃ এ কোয়েষ্ট ফৰ্ নেশ্যনহুড" বোলা কিতাপখন পঢ়ি আছোঁ। এই কিতাপখনত আমাৰ দেশত ব্যক্তি-কেন্দ্ৰিকতাই কেনেকৈ সমাজ-জীৱনক আঘাত কৰিছে, তাৰ সুন্দৰ বিশ্লেষণ আছে।



ওপৰত উল্লেখ কৰা কথাষাৰ গান্ধীজীয়ে দঢ়াই দঢ়াই কৈছিল। "মোৰ জীৱনেই মোৰ বাণী" বুলি কোৱা গান্ধীজীৰ কথাষাৰৰ অৰ্থ অতি গভীৰ আৰু তাৎপৰ্য্যপূৰ্ণ। এই কথাষাৰৰ মৰ্ম্মবাণী উপলব্ধি কৰিব নোৱাৰাৰ কাৰণেই আমাৰ সমাজত কেউপিনে আজি নানান আহুকালে দেখা দিছে। বৰ্ত্তমান ভাৰতত নেতৃত্বৰ অপমৃত্যু ঘটিছে। তথাপি এইষাৰ কথাও সঁচা, গান্ধীজীৰ লেখীয়া ব্যক্তি এজন কোনো দেশৰ কপালতে কেতিয়াও চিৰকলীয়া হ'ব নোৱাৰে। ব্যক্তিৰ সমষ্টিয়েই সমাজ। গতিকে সমাজ সুশৃঙ্খল হ'বলৈ হ'লে ব্যক্তি সুশৃঙ্খল হ'ব লাগিব। ইয়াৰ বাবে ব্যক্তিৰ ক্ষেত্ৰত মনোবলৰ যথেষ্ট প্ৰয়োজন। সাময়িকভাৱে জীৱন-মঞ্চত খলকনি তোলোঁতা কোনো ব্যক্তি কেতিয়াও চিৰঞ্জীৱী হ'ব নোৱাৰে। নিজৰ জীৱনৰ আৰ্হিৰে যি ব্যক্তিয়ে আনৰ অন্তৰাত্মা স্পৰ্শ কৰিব পাৰিছে, সেই ব্যক্তি হে চিৰঞ্জীৱী হোৱাটো সম্ভৱ। বুদ্ধদেৱ এইকাৰণেই মহৎ। গান্ধীজী এইকাৰণেই মহৎ। সম্ৰাট আকবৰ এইকাৰণেই মহৎ।

স্বাধীনতাৰ পৰিপ্ৰেক্ষিতত আমাৰ সমাজ আজি স্বাৰ্থপৰতাই আচ্ছন্ন কৰিছে। সেইকাৰণেই পাপ-পুণ্যৰ বিচাৰ সমাজত আজি নোহোৱা হৈছে। আনকি ভগৱান-ভীতিও আজি লুপ্তপ্ৰায়। স্বাৰ্থপৰতা বৰ বেয়া বস্তু। ই ব্যক্তিৰ মন কলুষিত কৰাৰ উপৰিও সমাজ-মন বিভ্ৰান্ত নকৰাকৈ নাথাকে।

বেয়া নাপাব। আচল কথাৰপৰা বহুদূৰ ফালৰি কাটি আহিলোঁ। কেতিয়াবা এনে চিঠিও পাওঁ ঃ "আমাৰ ইয়াত পেট্ৰলৰ দাম বাঢ়িছে। এই বৃদ্ধিপ্ৰাপ্ত দাম কমাবলৈ আপুনি কি কৰিছে ?" এনেধৰণৰ চিঠি পালে মোৰ হাঁহি উঠে। খং নুঠাকৈও নাথাকে। মানুহজনৰ নিজৰ কেইবাখনো মটৰ-গাড়ী আছে। পেট্ৰলৰ দাম বঢ়াৰ কাৰণে তেওঁৰ অসুবিধা হৈছে। সেইটোৱেই হৈছে তেওঁৰ সমস্যা। আমাৰ জনসাধাৰণৰ অৱস্থা আজি কেনে তুখলগা হৈছে, সেইবিষয়ে ভাবিবলৈ তেওঁৰ অৱসৰ নাই। নিজৰ সমস্যাৰ সমাধান হ'লেই সকলো হ'ল

এনেধৰণৰ আত্মকেন্দ্রিকতাই ৰাইজৰ কোনো সমস্যা কেতিয়াও সমাধান কৰিব নোৱাৰে। ৰাজনীতিজ্ঞৰ, যাইকৈ ৰাইজৰ বহু প্রতিনিধিৰে এই দোষ নথকা নহয়। ৰাইজৰ নামত নির্ব্বাচনত জয়যুক্ত হৈ নিজৰ অর্থসম্পদ বৃদ্ধি কৰা কার্য্যত ব্রতী হোৱাটো হৈছে স্বার্থপৰতাৰ এক চৰম নিদর্শন। এনেবোৰ কথাত মোৰ খং উঠে।

আৰু খং উঠে কেতিয়া? একো নজনাকৈ মানুহে যেতিয়া জনাৰ ভাও জুৰি বৰ বৰ কথা কয়, তেতিয়া। কথা জানিবলৈ কিতাপ-আলোচনী পঢ়িব লাগে। লগতে চিন্তাও কৰিব লাগে। তাকে নকৰি ওপৰে ওপৰে জনাৰ ভাও দি কথা ক'লেইতো নহ'ব। এবাৰ এখন আলোচনীত বিজ্ঞৰ ভাও জুৰি আনৰ কিতাপ এখনৰ প্রবন্ধ এটাৰ বিষয়ে সমালোচক এজনে কৰা মন্তব্য একাকি পঢ়িছিলোঁ। মন্তব্য-ফাকি হৈছে এনেধৰণৰ: "এই প্রবন্ধটো বঙালী কিতাপ পঢ়ি লেখা।" মোৰ কথা হৈছে: বঙালী কিতাপ পঢ়ি লেখা যদি হয়েই, তেন্তে কোনখন কিতাপ? সেইবিষয়ে বিজ্ঞ সমালোচক সম্পূর্ণৰূপে নীৰৱ। মই জনাত অসমীয়াত ৰচিত এই প্রবন্ধটোৰ বিষয়-বস্তুৰ লেখীয়া ৰচনা কোনো কিতাপ বা প্রবন্ধ বঙালী ভাষাত নাই। এনেধৰণৰ ভুৱা বিদ্যা জাহিৰ কৰা অজ্ঞতা যেতিয়া চকুত পৰে, তেতিয়া সাময়িকভাৱে হ'লেও খং উঠে। সেই খং অৱশ্যে সৰহ সময় নাথাকে।

মানুহে যেতিয়া মিছা কথাৰ আশ্রয় লোৱা বুলি জানো, তেতিয়াও খং উঠে। এনে ৰাজহুৱা মিছা কথাৰ উদাহৰণ বহুতো দিব পাৰোঁ। ৰাজনীতিৰ পথাৰত মিছা কথাৰ প্রচলন বৰ বেছি। নির্ব্বাচনৰ সময়ত এনে মিছা কথাই কেনেদৰে উৎকট ৰূপ লয়, তাৰ উদাহৰণ বহুতো দিব পাৰি। দিব খোজা নাই, বেয়া নাপাব। এই বিষয়ে আছুতীয়াকৈ এটা প্রবন্ধ লেখিব পাৰি। আনৰ ভালটো দেখিবলৈকো নিজৰ মন নির্ম্মল হ'ব লাগিব। অসত্য কথা কলঙ্কিত মনৰ জীয়া চানেকী। একেষাৰ কথা মনত ৰখা উচিত: মানুহৰ আগত মিছা কথা ক'লেও ভগৱানৰ আগত ক'ব নোৱাৰি। ভগৱান সর্ব্বদ্রষ্টা, সর্ব্বনিয়ন্তা। সম্ভৱতঃ এই



কাৰণেই গান্ধীজীয়ে সত্যবাদিতাৰ ওপৰত ইমান গুৰুত্ব প্রদান কৰিছিল। সাময়িকভাৱে আহুকাল হ'লেও সত্যবাদী মানুহৰ মৰণ নাই। এইষাৰ কথা বিস্মৃত হোৱাটো অনুচিত।

এজনে সুধি পঠাইছে: "ইংৰাজীত চিঠি লেখিলে আপোনাৰ খং উঠে কেলৈ?" সুঠিব কিয়? সিদিনা দেশৰ পৰিস্থিতি সম্বন্ধে ইংৰাজী ভাষাত লেখা দীঘলীয়া চিঠি এখন এজন অসমীয়া বন্ধুৰপৰা পাইছোঁ। বিষয়-বস্তুটো ভাল। মানুহজনে এইখন চিঠি ইংৰাজী ভাষাত নেলেখি অসমীয়া ভাষাত লেখিব পাৰিলেহেঁতেন। আমাৰ শিক্ষিতজনেই যদি নিজৰ ভাষাটোক এনেদৰে অৱহেলা কৰে, তেন্তে অসমীয়া ভাষা-সাহিত্যৰ ভৱিষ্যৎ যে তেনেই অনুজ্জ্বল, সেই বিষয়ে সন্দেহ নাই। আজি-কালি অসমীয়া মানুহৰ বিয়াৰ নিমন্ত্রণী চিঠিতো ইংৰাজী হ'লেই, আনকি কোনো কোনো ক্ষেত্রত শ্রাদ্ধৰ নিমন্ত্রণী চিঠিও ক্রমাত ইংৰাজী ভাষাত হ'বলৈ ধৰিছে। এনেধৰণৰ ইংৰাজী ভাষাত লেখা অসমীয়া মানুহৰ ঘৰৰ শ্রাদ্ধৰ নিমন্ত্রণী চিঠি এখন সযতনে সাঁচি থৈছোঁ। এইটো বিষয়-বস্তুৰ বিষয়ে সুকীয়া এটা প্রবন্ধ লেখিব পৰা সমল মোৰ আছে। সময় পালে কেতিয়াবা লেখিম।

মানুহে ভাল ইংৰাজী ক'ব বা লেখিব পৰাটো একো বেয়া কথা নহয়। তেনে দক্ষ মানুহক মই আদৰণি জনাওঁ। সেইবুলি নিজৰ ভাষাটোক আওকাণ কৰা মানুহক কেতিয়াও ভাল বুলিব নোৱাৰোঁ। আজি কিমানবোৰ শিক্ষিত অসমীয়া পৰিয়ালৰ ল'ৰা-ছোৱালীয়ে অসমীয়া ভাষাটো একেবাৰে নজনা হৈছে, তাৰ খবৰ জানো কোনোবাই ৰাখিছে? ল'ৰা-ছোৱালীয়ে হয়তো ভুল ইংৰাজীকে শিকিছে, শিক্ষকেও ভুল ইংৰাজীকে শিকাইছে, তথাপি হেজাৰ হওক, এইটোতো ইংৰাজসকলৰ ভাষা। সেয়ে যথেষ্ট। অসমৰ ভিতৰ-গাঁৱৰ সৰু ল'ৰা এটা পাইছিলোঁ, সিও আনকি অসমীয়া নাজানে। দেউতাকে ক'লে: "ই চিলঙত পঢ়ে।" চিলঙৰ স্কুলত পঢ়িলেই জানিবাঁ সেইবুলি অসমীয়া ভাষাটো অসমীয়া ল'ৰা বা ছোৱালীয়ে নজনাটো জানো প্রশংসনীয় কথা?

এদিন দেউতাকৰ হাতত ধৰি বাটে বাটে ফুৰিবলৈ অহা অকণমানি ছোৱালী এজনীক সুধিলোঁ: "মা, তোমাৰ নাম কি?" প্ৰশ্ন শুনি ছোৱালীজনীয়ে চুচুক্-চামাক্ কৰা যেন পালোঁ। তাইৰ কোনো উত্তৰ নাই। এনেতে দেউতাকে ক'লে: "ইংৰাজীত সোধক, তাই অসমীয়া নাজানে।" ছোৱালীজনী বৰ মৰম লগা যদিও তাইক কথা সুধিবলৈ মোৰ আৰু স্পৃহা নহ'ল। দুখৰ বিষয়, ইমানখিনি ইংৰাজী জ্ঞান মোৰ নাই। আৰু এটা কথা: ছোৱালীজনীৰ সৈতে দেউতাকে ইংৰাজীত কথা পাতিবলৈ ধৰিলে, কিবা এক অপূৰ্ব্ব উচ্চাৰণৰ মাধ্যমেৰে। অসমীয়া ভাষাটো আমাৰ শিক্ষিত-সমাজৰ হাতত যেতিয়া এনেদৰে অনাদৃত হয়, তেতিয়া আতঙ্কিত নহৈ কিবা জানো উপায় আছে? এনে অৱস্থাত খং উঠাটো জানো সমীচীন নহ'ব? আপুনি শান্ত প্ৰকৃতিৰ মানুহ; এনে অৱস্থাত আপোনাৰো নিশ্চয় খং উঠিলেহেঁতেন। আমাৰ সমাজত তলে তলে বহুত নতুন চাহাবৰ জন্ম হৈছে। এইবাৰ কথালৈ চকু নিদিলে অসমীয়া ভাষাটো জীয়াই ৰখা টান। অসমীয়া ভাষাটো জীয়াই নাথাকিলে কেৱল "অসম বাতৰি" কাকতৰে নহয়, সকলো অসমীয়া ভাষাত ৰচিত কিতাপ-আলোচনীৰে বিপদ।

বাহ্যিক আড়ম্বৰত গা এৰি দিয়াৰ ওপৰত নহয়, আত্মশুদ্ধি কৰিব পৰা কাৰ্য্যৰ ওপৰত হে জীৱনৰ সাৰ্থকতা নিৰ্ভৰ কৰে। অনুকৰণ-স্পৃহাই মানুহক বান্দৰৰ স্তৰলৈ নিম্নগামী কৰে। বান্দৰ আৰু চাৰ্কাচৰ বহুৱা, এই দুটাৰ ভিতৰত পাৰ্থক্য তেনেই কম। নতুন বস্তু গ্ৰহণ কৰাত কোনো আপত্তি নাই। আমাৰ সংস্কৃতিক জীৱন্ত ৰূপ দিওঁতা শঙ্কৰদেৱেও বাহিৰৰপৰা নানান বস্তু গ্ৰহণ কৰি নিজৰ ভাষা-সাহিত্যক মহিমামণ্ডিত কৰিছিল। সেইবুলি গুৰুজনা জানো নিজৰ মাটিৰপৰা উঘাল খাই পৰিছিল? এইখিনিতে গান্ধীজীৰ একেষাৰ মনোৰম কথা মোৰ মনত পৰিছে। গান্ধীজীয়ে কৈছিল: "মোৰ পৰ্ণকুটিৰৰ চৌদিশে বাহিৰৰ বতাহ প্ৰৱাহিত হওক। সেইবুলি মই নিজৰ মাটিৰপৰা উঘাল খাই পৰিব নোখোজোঁ।"



• এইখিনিতে একেষাৰ কথা কওঁ, বেয়া নাপাব। আমি যিবোৰ অসমীয়াই নিজৰ শিক্ষা-দীক্ষাৰ কথা কৈ গৰ্ব্ব কৰোঁ, আমাৰ ঘাই দোষ কি জানে নে? আমাৰ ঘাই দোষ হৈছে সহজেই আমি আত্মবিস্মৃত হওঁ। সৰহদূৰ যাবই নালাগে, অসমৰ ঘাই চহৰকেইখন এবাৰ চকু ফুৰাই চালেই সকলো কথা ফৰিংফুটা হৈ পৰিব। দেহ-সজ্জাৰ ক্ষেত্ৰত অসমীয়া সংস্কৃতিক ফটুৱা-পঞ্জাবী সংস্কৃতিয়ে পৰাভূত কৰিছে। এই বিষয়ে সৰহকৈ ক'ব খোজা নাই। কলিকতাত কিছুদিনৰ কাৰণে থকা অনা-বঙালীয়ে সামান্যভাৱে হ'লেও বঙালী সংস্কৃতি দুই-এপদ গ্ৰহণ কৰে। আমাৰ শিক্ষিত অসমীয়াই নিজৰ সংস্কৃতি-জীৱনৰ কথা পাহৰি আনৰ ফটুৱা সংস্কৃতি গ্ৰহণ কৰে। এইখিনিতে হৈছে বঙালী আৰু অসমীয়া মানুহৰ মাজত পাৰ্থক্য। বাহিৰৰ অন্তৰ্বস্তু গ্ৰহণ কৰাত কোনো আপত্তি থাকিব নোৱাৰে। আদান-প্ৰদানৰ জৰিয়তে জাতি একোটা জীয়াই থাকে। "এনাটমি অব্ বৃটেন" বোলা কিতাপখনত পঢ়িছোঁ, ইংৰাজসকলে এফালে যেনেকৈ অত্যাধুনিক যুগৰ বিষয়-সামগ্ৰী গ্ৰহণ কৰিছে, তেনেকৈ আনফালে জাতিৰ নিজস্ব ঐতিহ্যৰ কথাও পাহৰি যোৱা নাই। সেই কাৰণেই "Progress with tradition" বোলা কথাষাৰ ইংৰাজ জাতিৰ আজিও প্ৰাণ-স্পন্দন। মদ খাবলৈ বা ছোৱালীৰ সৈতে শালিকী-প্ৰেম কৰিবলৈ শিকিবলৈ ইংলণ্ডলৈ যাব নালাগে।

কথা যিমান শিকিব পাৰি, সিমান ভাল। তাৰ বাবে কিতাপ-আলোচনী পঢ়িব লাগে। আমাৰ বহুতো শিক্ষিত মানুহে আনকি খবৰ-কাগজখনকে ভালকৈ নপঢ়ে। এইখিনিতে এটা ঘটনাৰ উল্লেখ কৰিব খুজিছোঁ। তিনি দিনৰ আগতে দিল্লীৰ সংসদৰ অধিৱেশন শেষ হৈছে। মই গুৱাহাটী পাইছোঁগৈ। বাটত এজন উচ্চশিক্ষিত বন্ধুৱে সুধিলে: "আপুনি ইয়াত কি কৰিছে? এচেম্ব্লীলৈ নাযায় নেকি?" দিল্লীৰখন যে এচেম্ব্লী নহয় পাৰ্লামেণ্ট হে, সেইষাৰ কথাও এই উচ্চশিক্ষিত বন্ধুজনে নাজানে। দুদিনৰ আগতে পাৰ্লামেণ্টৰ উচ্চ

অধিৱেশন স্থগিত হোৱা কথাষাৰ বাতৰি-কাকতত ওলাইছিল। সেইষাৰ কথাও মানুহজনে নাজানে। এনে ধৰণৰ উচ্চশিক্ষিত অজ্ঞ ব্যক্তিৰ উদাহৰণ দিল্লীতো পাইছোঁ। আনকি গণতান্ত্রিক ভাৰতৰ বিধানতন্ত্ৰ এখন যে আছে, ছাব্বিশ জানুৱাৰী যে আমাৰ গণতন্ত্ৰৰ দিৱস, সেই বিষয়ে নজনা উচ্চশিক্ষিত মানুহো দিল্লীত পাইছোঁ।

এতিয়া আপুনি কওক, এনেবোৰ কথাত খং নুঠিব কিয়? খং উঠিলেও নিয়ন্ত্ৰণ কৰি থওঁ, বাহিৰত তাৰ প্ৰকাশ নিদিওঁ। বেছিকৈ তামোল খোৱা মানুহৰ এইটোৱেই সুবিধা। তামোলৰ লগত ধঁপাত খাব লাগে। তামোল খোৱা মানুহে হাঁহিব পাৰে। হাঁহিব পৰাটো এটা ডাঙৰ গুণ। আশাকৰোঁ ভালে আছে। বিহুৰ ওলগ আপোনাৰ কাকতৰ জৰিয়তে সদৌ বিহুবলিয়া অসমীয়ালৈ আৰু আপোনালৈ আগবঢ়ালোঁ। ভগৱানে মঙ্গল কৰক। ইতি—

নতুন দিল্লী: ২০ মাৰ্চ্চ '৬৮

আপোনাৰ

[signature]



মৰমৰ মহন্ত,

আপোনাৰ কাকতত প্ৰকাশ পোৱা চিঠিসমূহে আমাৰ পঢ়ুৱৈ সমাজৰ দৃষ্টি বাৰুকৈয়ে আকৰ্ষণ কৰিছে। তাৰ প্ৰমাণ হৈছে, এই বিষয়ে মই পোৱা চিঠিবোৰ। আমাৰ এচাম মানুহে অসমীয়া কিতাপ-আলোচনী ভালকৈ পঢ়ে। এচামে হে একেবাৰে নপঢ়ে। আনকি অসমত বৰ্ত্তমান অসমীয়া ভাষাৰ কেইখন বাতৰি-কাকত আছে, সেই বিষয়ে সমূলি নজনা শিক্ষিত অসমীয়া মানুহো লগ পাইছোঁ। এই বিষয়ে মোৰ নিজা বাস্তৱ অভিজ্ঞতা আছে। আপোনাৰ কাকতত ওলোৱা চিঠিসমূহৰ বিষয়ে আমাৰ অসমৰ ভিতৰ গাঁৱৰ এজন পঢ়ুৱৈয়ে লেখিছে: "এনে চিঠিৰ সোৱাদ আপুনি আমাক দি থাকিব। আপোনাৰ সময় নাই, এইটো অজুহাতত আপোনাক ক্ষমা কৰিবলৈ আমি প্ৰস্তুত নহওঁ। প্ৰয়োজন হ'লে ৰাজনীতিৰপৰা আঁতৰি আহি হ'লেও আমাক এনে সাহিত্যৰ সোৱাদ দিয়ক। আপোনাক ব্যক্তিগত-ভাৱে চিনি নাপাওঁ যদিও আপুনি যেহেতু অসমীয়া আৰু ময়ো অসমীয়া, সেই কাৰণে এনে ধৰণেৰে টানি কৈছোঁ, বেয়া নাপাব।"

বেয়া পাব লগা কিটো আছে? এয়া মৰমৰ দাবী। এনে ধৰণৰ দাবী কৰাৰ অধিকাৰ সকলোৰে আছে। মৰমক অস্বীকাৰ কৰিব পৰা শক্তি মোৰ নাই। এই বিষয়ে সৰহকৈ আৰু নেলেখোঁ। আজি

আমাৰ দেশৰ বৰ্ত্তমান পৰিস্থিতিৰ বিষয়ে আপোনালৈ দুযাৰমান লেখিবলৈ ওলাইছোঁ। দিল্লীত "স্কলাৰ্চ ফাউণ্ডেচন্" নামেৰে এটা সন্থা আছে। যোৱাকালি এওঁলোকে বৰ্ত্তমান দেশৰ পৰিস্থিতিৰ বিষয়ে আলোচনা কৰাৰ মানসেৰে এখন আলোচনা-চক্ৰৰ আয়োজন কৰিছিল। এই আলোচনা-চক্ৰত যোগদান কৰাৰ সৌভাগ্য মোৰো ঘটিছিল। বিষয়-বস্তুৰ বিষয়ে ওপৰত উল্লেখ কৰি আহিছোঁ। সেই বিষয়ে আপোনাক আজি দু-আষাৰ ক'ব খুজিছোঁ।

দেশৰ বৰ্ত্তমান পৰিস্থিতিৰ বিষয়ে বুজ ল'বলৈ হ'লে ভাৰতৰ অতীত বুৰঞ্জীৰ বিষয়ে সম্ভেদ ল'ব লাগিব। আমাৰ অতীত বুৰঞ্জীৰ স্বৰূপ কেনে আছিল? ভাৰত বুলিলে যিখন মানচিত্ৰৰ কথা আজি আমি বুজোঁ, সেইখন মানচিত্ৰ অতীত কালত জানো একেধৰণৰ আছিল? অতীত যুগত আমাৰ দেশখন কিছুমান সৰু সৰু ৰাজ্যত বিভক্ত আছিল। ইখনৰ লগত সিখনৰ সদ্ভাৱ প্ৰায় নাছিল বুলিব পাৰি। ইয়াৰ কাৰণ হৈছে সেই যুগত জাতীয়তাবাদী আদৰ্শৰ অভ্যুদয় হোৱা নাছিল। পৰস্পৰ সংঘাতকামী ৰাষ্ট্ৰত বিভক্ত হোৱাৰ কাৰণেই বহিৰ্শক্ৰৰ কাৰণে ৰাজ্যবিশেষক আক্ৰমণ কৰি নিজৰ অধীনলৈ অনাটো সহজ হৈছিল। এইখিনিতে বীৰ আলেকজেণ্ডাৰৰ ভাৰত আক্ৰমণৰ অভিযানৰ বিষয়ে ফঁহিয়াই চাব পাৰি। আমাৰ মহাবীৰ পুৰুৱে আক্ৰমণকাৰী বহিৰ্শক্ৰৰ সন্মুখত যথেষ্ট বীৰত্ব প্ৰদৰ্শন কৰিছিল। ই বুৰঞ্জীসন্মত সত্য। আনহাতে সেই সময়ৰ অম্বিৰাজ্যৰ নৃপতিয়ে কৰিলে কি? ই বুৰঞ্জীৰ এক গ্লানিময় অধ্যায়। এই বিষয়ে বুৰঞ্জী অধ্যয়ন কৰোঁতা-সকলে বঢ়িয়াকৈ জানে।

আমাৰ অতীত বুৰঞ্জী এটা সুসংগঠিত পিৰামিড নহয়। এই বিষয়ে তাহানি "ইলাষ্ট্ৰেটেড্ উইক্লি" আলোচনীৰ প্ৰবন্ধ এটাত লেখিছিলোঁ। আমাৰ অতীত বুৰঞ্জীৰ কোনো কোনো অধ্যায় হে অনুপ্ৰেৰণাদায়ক। কোনো কোনো অধ্যায় জাতীয় স্বাৰ্থৰ পিনৰপৰা হতাশময়, গ্লানিময়। সৰহ দূৰলৈ যাব নালাগে, আমাৰ অসম বুৰঞ্জীৰ পাত মেলি চালেই



কথাষাৰ স্পষ্ট হৈ পৰিব। শিৱসিংহ বা ৰুদ্ৰসিংহৰ অবিহণাৰ সৈতে বদন বৰফুকনৰ অবিহণা ৰিজাই চালেই অতীত বুৰঞ্জীৰ মৰ্ম্মকথা বুজিবলৈ সৰহ সময় নালাগিব।

আমাৰ বুৰঞ্জী অধ্যয়ন কৰি হতাশ হোৱাৰ কোনো কাৰণ নেদেখোঁ। আমাৰ বুৰঞ্জীত এনে দুই-চাৰিজন নৃপতিৰো অভ্যুদয় হৈছিল, যাৰ দৃষ্টি আছিল, সামগ্ৰিক চেতনা-সম্ভূত। উদাহৰণ স্বৰূপে, এফালে যেনেকৈ চন্দ্ৰগুপ্ত মৌৰ্য্য আৰু অশোকৰ নাম ল'ব পাৰি, তেনেকৈ মোগল সম্ৰাট আকবৰ বাদচাহৰ নামো ল'ব পাৰি। চন্দ্ৰগুপ্ত মৌৰ্য্যই সাম্ৰাজ্য-বিস্তাৰৰ দ্বাৰা, অশোকে ধৰ্ম্ম-প্ৰচাৰৰ জৰিয়তে আৰু আকবৰ বাদচাহে দীন-ই-ইলাহি নামেৰে নতুন সন্মিলিত এক ধৰ্ম্ম-আচৰণৰ জৰিয়তে সঙ্ঘবদ্ধ এখন ভাৰত মহাদেশৰ স্বপ্ন ৰচনা কৰিছিল। কোনো কোনোৱে এই স্বপ্নক সাম্ৰাজ্যবাদীৰ সাম্ৰাজ্য-বিস্তাৰৰ স্বপ্নৰ সৈতে ৰিজাব খোজে যদিও এই স্বপ্ন যে এক সামগ্ৰিক চেতনা-সম্ভূত সেই বিষয়ে সন্দেহ নাই।

আজি আমি যাক ভাৰত বুলি জানো, সেই ভাৰতৰ স্বপ্ন বাস্তৱলৈ ৰূপান্তৰিত কৰা কাৰ্য্যত এওঁলোক বিফল হৈছিল। বিফল হোৱাৰ কাৰণ অৱশ্যে নোহোৱা নহয়। অতীজত সাধাৰণতে সাম্ৰাজ্য-বিস্তাৰ নৈৰ সোঁতে সোঁতে হৈছিল। উত্তৰ-ভাৰতৰপৰা দক্ষিণ-ভাৰতলৈ প্ৰৱাহিত হোৱা এখনো নৈ নাই। গতিকে সাম্ৰাজ্য-বিস্তাৰৰ ক্ষেত্ৰত আহুকাল হৈছিল। তাতোকৈ ডাঙৰ কথা হৈছে, বিন্ধ্যকুশ পৰ্ব্বত-মালাই উত্তৰ-ভাৰত আৰু দাক্ষিণাত্যৰ মাজত প্ৰাচীৰসদৃশ এক ব্যৱধান সৃষ্টি কৰিছে। এই পৰ্ব্বতমালাক অতিক্ৰম কৰি দাক্ষিণাত্যলৈ সৈন্য-সামন্ত প্ৰেৰণ কৰাটো উত্তৰ-ভাৰতৰ নৃপতিসকলৰ পক্ষে প্ৰায় অসম্ভৱ আছিল। তথাপি বৰ আচৰিত, গোটেই দেশখনক আচ্ছন্ন কৰাৰ উপৰিও ওচৰ-চুবুৰীয়া দেশসমূহলৈকো ভাৰতীয় সংস্কৃতি বিয়পি নপৰাকৈ নাছিল। কিছুদূৰ সংস্কৃতিগত ঐক্যই আনুভূতিক ঐক্য প্ৰদান কৰিব পাৰিলেও জাতীয়তাবাদী ঐক্য প্ৰদান কৰা ক্ষেত্ৰত ই পাশুপত হ'ব নোৱাৰে। আজি ভাৰত বুলিলে আমি যিখন দেশৰ কথা বুজোঁ,

সেইখন মানচিত্ৰ ইংৰাজৰ আমোলত গঢ়ি উঠা। পোনতে খণ্ড-বিখণ্ড হৈ থকা ভাৰতক সুসংগঠিত কৰি ইংৰাজ শাসকবৰ্গ ই এখন ৰাষ্ট্ৰলৈ পৰিণত কৰে। এই ঐক্য আছিল প্ৰশাসনীয় আৰু ৰাজনৈতিক। এই উদ্দেশ্য সাধন কৰা মানসেৰে ইংৰাজ শাসকবৰ্গ ই ঘাইকৈ তিনিটা পন্থা অৱলম্বন কৰিছিল: (১) সমগ্ৰ দেশখনৰ কাৰণে একে ধৰণৰ মুদ্ৰাৰ প্ৰচলন কৰিছিল। টকা, অনা, পইচা সমগ্ৰ দেশখনৰ কাৰণে একে আছিল; (২) ইংৰাজসকলে সমগ্ৰ দেশখনৰ কাৰণে একে ধৰণৰ সংযোগ-ব্যৱস্থাৰ প্ৰচলন কৰিছিল; যেনে: ডাক-তাঁৰ বিভাগ, ৰেল-বিভাগ, ইত্যাদি। (৩) সেইদৰে শিক্ষা-ব্যৱস্থাও সমজাতীয় আছিল। বম্বে, মাদ্ৰাজ আৰু কলিকতাত স্থাপিত হোৱা বিশ্ববিদ্যালয় তিনিটাই সমগ্ৰ দেশখনৰ কাৰণে একে আৰ্হিৰ উচ্চশিক্ষাৰ যোগান ধৰিছিল। এনেদৰেই কেৱল শিক্ষা, মুদ্ৰা বা সংযোগ-ব্যৱস্থাৰ ক্ষেত্ৰতেই নহয়, ইংৰাজৰ আমোলত প্ৰৱৰ্ত্তিত প্ৰশাসনীয় ব্যৱস্থাও সমগ্ৰ দেশখনৰ কাৰণে একে আৰ্হিৰে আছিল।

প্ৰশাসনীয় আৰু ৰাজনৈতিক সংগঠন ইংৰাজৰ আমোলত গঢ়ি উঠিছিল। এইযাৰ বুৰঞ্জীসন্মত সত্য। ভাৰতত অতীজৰেপৰা এক সাংস্কৃতিক ঐক্য বিদ্যমান। কিন্তু যেতিয়ালৈকে ৰাজনৈতিক আৰু প্ৰশাসনীয় ঐক্য স্থাপন নহয়, তেতিয়ালৈকে একমাত্ৰ সংস্কৃতিগত ঐক্যই দেশ এখন সৰহদূৰ আগবঢ়াই দিব নোৱাৰে। উদাহৰণ স্বৰূপে ইণ্ডোনেচিয়াৰ সৈতে ভাৰতীয় সংস্কৃতিৰ যথেষ্ট সামঞ্জস্য আছে। ইণ্ডোনেচিয়াৰ জাকাৰ্টা চহৰৰ এঘাৰ-বছৰীয়া ল'ৰা এটায়ো ৰামায়ণৰ কথা জানে। তথাপি ৰাজনৈতিক ক্ষেত্ৰত অমিল হোৱাৰ কাৰণে এই সংস্কৃতিগত ঐক্যই দুয়োখন দেশৰ মাজত ৰাজনৈতিক প্ৰাণ-স্পন্দনৰ সৃষ্টি কৰিব পৰা নাই। আমাৰ দেশত ইংৰাজৰ আমোলত গঢ়ি উঠা প্ৰশাসনীয় আৰু ৰাজনৈতিক সংগঠনৰ ভেটিত গান্ধীজীৰ নেতৃত্বত স্বাধীনতাৰ হকে জাতীয়তাবাদী আন্দোলন গঢ়ি উঠিছিল। এনেদৰেই ভাৰতীয় ঐক্যসাধন সম্ভৱপৰ হৈছিল।



আজি স্বাধীনতাৰ পৰিপ্ৰেক্ষিতত এই ঐক্য যে শক্তিশালী বস্তুলৈ ৰূপান্তৰিত হোৱা নাই, সেইযাৰ কথা স্পষ্ট হৈ পৰিছে। খণ্ড-স্বাৰ্থ ই জাতীয়তাবাদী আদৰ্শক আঘাত কৰিছে। স্বাধীনতা ৰণৰ কালছোৱাত যে খণ্ড-স্বাৰ্থসমূহ নাছিল, সেইযাৰ কথা নহয়। আদৰ্শৰ আৱৰণেৰে স্বাৰ্থসমূহ ঢাকি থোৱা হৈছিল। এই আদৰ্শ আছিল জাতীয়তাবাদী আদৰ্শ। এই বিষয়ে "আইডল্ আৱাৰ্চ" বোলা কিতাপখনত বিতংকৈ লেখিছোঁ। স্বাধীনতাৰ পৰিপ্ৰেক্ষিতত স্বাধীনতাৰ পূৰ্ব্বোত্তৰ যুগৰ আদৰ্শবাদৰ অপমৃত্যু ঘটিছে। সেই কাৰণেই দেশত আজি ইমানবোৰ জঞ্জাল।

খণ্ড-স্বাৰ্থৰ মনস্তত্ব আমাৰ পুৰণি বস্তু। এইযাৰ কথা বুৰঞ্জীয়ে কয়। এই বস্তুটোৱে আমাৰ মনস্তত্বক যুগে যুগে এনেকৈ আচ্ছন্ন কৰি আহিছে যে সতকাই ইয়াক নিৰ্ম্মূল কৰাটো টান। জাতি-বৰ্ণ নিৰ্ব্বিশেষে প্ৰত্যেক অঞ্চলৰে কিবা নহয় কিবা এটা গৌৰৱৰ কাৰণ আছে। উদাহৰণ স্বৰূপে ক'ব পাৰি, মগধৰ বাইজে ধাৰণা কৰে যে এসময়ত মগধ আছিল ভাৰতীয় সংস্কৃতিৰ হৃৎপিণ্ড। সেইদৰে কলিঙ্গবাসীসকলে ধাৰণা কৰে যে এসময়ত কলিঙ্গ আছিল ভাৰতীয় নাৱিক শক্তিৰ প্ৰাণকেন্দ্ৰ। বুৰঞ্জীৰ পিনৰপৰা এইবোৰ কথা সঁচা হ'লেও, এনে ধাৰণাই যে সংঘাতৰ সৃষ্টি কৰে, সেই বিষয়ে সন্দেহ নাই। স্বাধীনতাৰ পূৰ্ব্বোত্তৰ যুগৰ আদৰ্শবাদৰ পতনৰ লগে লগে এনেবোৰ ধাৰণাই গা কৰি উঠিছে। আৰু লগে লগে সংঘাতৰ সৃষ্টি হৈছে। এইবোৰ হৈছে আঞ্চলিক উচ্চাভিলাষী মনস্তত্বই জন্ম দিয়া সংঘাত।

এনে ধৰণৰ সংঘাতক আন এটা দৃষ্টিভঙ্গীৰেও নিৰীক্ষণ কৰিব পাৰি। স্বাধীনতাৰ পৰিপ্ৰেক্ষিতত সুযোগ-সুবিধাৰ দুৱাৰ মুকলি হৈছে। প্ৰায় ডেৰ শ বছৰ কাল বিদেশী শাসনত জৰ্জ্জৰিত হোৱা মানুহে আজি মুক্ত বায়ু সেৱন কৰাৰ সুবিধা পাইছে। গতিকে আমাৰ মানুহৰ আশা-আকাঙ্ক্ষা বৃদ্ধি পোৱাটো তেনেই স্বাভাৱিক। এজনৰ আশা-আকাঙ্ক্ষাই যেতিয়া আন এজনৰ আশা-আকাঙ্ক্ষাক মষিমূৰ কৰিবলৈ যত্ন নকৰে, তেতিয়া

এনে আশা-আকাঙ্ক্ষাক দোষণীয় বুলিব নোৱাৰি। ভাৰতৰ এক অঞ্চলৰ বাইজে যেতিয়া আন অঞ্চলৰ বাইজক শোষণ কৰে, তেতিয়াই সংঘাতৰ উৎপত্তি হয়। আমাৰ ডক্টৰ কাকতীয়ে অসমখনক আনৰ "চৰণীয়া পথাৰ" বুলি অভিহিত কৰি গৈছে। এনে অৱস্থাত সংঘাতৰ সৃষ্টি হোৱাটো একো আচৰিত হ'বলগীয়া কথা নহয়।

সমগ্ৰ ভাৰতবৰ্ষতে জাতি-ধৰ্ম্ম আৰু সম্প্ৰদায়ক কেন্দ্ৰ কৰি আজি সংঘাতৰ উৎপত্তি হৈছে। বিশাল ভাৰতবৰ্ষৰ হিন্দু যেনেকৈ নাগৰিক, তেনেকৈ মুছলমান, ইহুদী, খৃষ্টান আদিও নাগৰিক। হৰিজন সকলো নাগৰিক। এইসকলৰ ওপৰত আক্ৰমণ হ'ব লাগে কেলেই? এনেবোৰ আক্ৰমণৰ জৰিয়তে কলঙ্কৰ হে সৃষ্টি হয়। দেশৰ সুনাম সৃষ্টি নহয়।

আমাৰ দেশ স্বাধীন হ'ল। যেনেদৰে স্বাধীনতাৰ পৰিপ্ৰেক্ষিতত সামাজিক ধাৰণাৰ উন্নতি সাধনৰ কাৰণে ৰাজনৈতিক দলসমূহে যত্ন কৰিব লাগিছিল, তেনে যত্ন কোনো এটা ৰাজনৈতিক দলেই নকৰিলে। আমাৰ প্ৰত্যেকটো ৰাজনৈতিক দলৰ আদৰ্শ হৈছে পছিমীয়া। পছিমীয়া দেশসমূহৰ ৰিজনিত ভাৰতৰ অৱস্থা যে সুকীয়া, সেইষাৰ কথা কোনেও চিন্তা নকৰিলে। আমাৰ দেশখন গণতন্ত্ৰত বিশ্বাসী। গণতন্ত্ৰৰ সৈতে সমাজবাদ আৰু ধৰ্ম্ম-নিৰপেক্ষতাবাদ সাঙোৰ খাই থকা বস্তু। সেইষাৰ কথা বিস্মৃত হোৱাৰ কাৰণে আমাৰ গণতন্ত্ৰ আজি বিপদৰ সম্মুখীন হ'ব লগা হৈছে। গণতন্ত্ৰৰ অৰ্থ অসামাজিক শক্তি-সমূহৰ ম্যাদ বৃদ্ধি হ'ব নোৱাৰে। পৰিতাপৰ কথা, আমাৰ দেশত আজি সেইটোৱেই হৈছে।

সামাজিক ক্ষেত্ৰত দেশখন আগবঢ়াই নিয়াৰ দায়িত্ব সামাজিক অনুষ্ঠানবোৰৰ ওপৰত নিৰ্ভৰ কৰে বুলি কোনো কোনোৱে কয়। এই কাৰণেই সামাজিক বিপ্লৱ-সাধন ৰাজনৈতিক দলসমূহৰ দায়িত্ব নহয় বুলি এইসকলে ক'ব খোজে। এইষাৰ মাৰাত্মক কথা। আমাৰ দেশখন এখন অনুন্নত দেশ। অনুন্নত দেশৰ জনসাধাৰণৰ অৰ্থ নৈতিক



উন্নতি-সাধন কৰাটো যেনেকৈ একোটা ৰাজনৈতিক দলৰ লক্ষ্য হোৱাটো উচিত, তেনেকৈ সামাজিক ক্ষেত্ৰত উন্নতি-সাধনো লক্ষ্য হোৱা উচিত।

আমি আশাবাদী মানুহ। দেশৰ বৰ্ত্তমান পৰিস্থিতিৰ ভয়ঙ্কৰ ৰূপ দেখি সকলো আশা পৰিত্যাগ কৰাটো কাপুৰুষালিৰ চিন হ'ব। এই ক্ষেত্ৰত যুঁজিব লাগিব কেনেকৈ বা যুঁজিবলৈ কোনটো মুহূৰ্ত্ত বাছি ল'ব লাগিব, সেই বিষয়ে সুচিন্তাৰ প্ৰয়োজন।

কোনো কোনোৱে কয়, সমাজ-শুদ্ধিৰ কাৰণে ৰণ দিয়াৰ ক্ষণ এতিয়াও অহা নাই। আৰু নিম্নগামী হৈ অৱস্থা যেতিয়া অধিকভাৱে পঙ্কিল হ'ব, সেইটো মুহূৰ্ত্ত হে সামাজিক আৱৰ্জ্জনা মষিমূৰ কৰাৰ ক্ষণ। এইসকলে ইয়াৰ সমৰ্থনত কৌৰৱ-পাণ্ডৱৰ পাৰস্পৰিক বিদ্বেষ আৰু শ্ৰীকৃষ্ণই গ্ৰহণ কৰা দায়িত্বৰ কথা কয়। কৌৰৱ-পাণ্ডৱৰ বিদ্বেষৰ কথা গজালিতে যদিও গম পাইছিল, তথাপি এই বিদ্বেষ মষিমূৰ কৰিবলৈ শ্ৰীকৃষ্ণই কোনো যত্ন কৰা নাছিল। আনহাতে বিদ্বেষ বাঢ়ি গৈ পাৰস্পৰিক শত্ৰুতালৈ ৰূপান্তৰিত হ'বলৈ এৰি দিছিল। কৌৰৱ-পাণ্ডৱৰ শত্ৰুতা যেতিয়া পূৰঠ হৈছিল, তেতিয়া হে শ্ৰীকৃষ্ণই সেই শত্ৰুতা নাশ কৰাৰ উদ্দেশ্যৰে ব্যৱস্থা গ্ৰহণ কৰিছিল।

আমাৰ বৰ্ত্তমান পৰিস্থিতি আৰু শোচনীয় হ'বলৈ এৰি দিয়া হে উচিত বুলি শ্ৰীকৃষ্ণৰ সমৰ্থকসকলে কয়। এইষাৰ কথাৰ সৈতে একমত হ'ব নোৱাৰোঁ। আমাৰ দেশৰ অৱস্থা এতিয়াই যথেষ্ট শোচনীয় হৈছে। দেশৰ অৱস্থালৈ চাই অৰ্থ নৈতিক বিপ্লৱৰ যেনেকৈ প্ৰয়োজন, তেনেকৈ সামাজিক বিপ্লৱৰো প্ৰয়োজন। এই সমাজ-বিপ্লৱৰ আধাৰ হ'ব আধ্যাত্মিকতাবাদ। প্ৰত্যেক ধৰ্ম্মই আধ্যাত্মিকতাৰ শিক্ষাকে দিয়ে। এই আধ্যাত্মিকতাৰ মৰ্ম্মকথা হৈছে অন্তৰ-শুদ্ধি। প্ৰত্যেক ব্যক্তিয়েই আধ্যাত্মিক শক্তিৰে বলিয়ান হৈ সমাজ-সংস্কাৰৰ অভিযানত আগবাঢ়ি যাব লাগিব। ব্যক্তিৰ সমষ্টিয়েই সমাজ। ব্যক্তিৰ অন্তৰ শুদ্ধ হ'লে, সমাজ শুদ্ধ হ'বলৈ বাধ্য। এই আধ্যাত্মিকতাৰ অভিযানে যাৰ অন্তৰ স্পৰ্শ নকৰে, তেনে ব্যক্তি বাৰিষাৰ নৈত খাগৰি-জ্ঁাজি উটি যোৱাদি

উটি যাব। তেনে ব্যক্তিক কোনেও ৰক্ষা কৰিব নোৱাৰে। আনকি ভগৱানেও নোৱাৰে।

দেশৰ বৰ্তমান পৰিস্থিতিত হতাশ হ'ব লগা একো নাই। যুদ্ধক্ষেত্ৰত ৰথচক্ৰ ভূগৰ্ভত সোমাই যাওঁতেও মহাবীৰ কৰ্ণ জানো হতাশ হৈছিল? এহাতে ৰথচক্ৰ আঁজুৰিছিল, আনহাতে শত্ৰুৰ গালৈ মাৰণাস্ত্ৰ নিক্ষেপ কৰিছিল। এয়ে হৈছে বীৰৰ লক্ষণ।

আমাৰ একপ্ৰকাৰ ভাল। আপোনাসকলৰ মঙ্গল কামনা কৰিলোঁ। প্ৰীতি-সম্ভাষণ জানিব। ইতি—

নতুন দিল্লী:

২ মে', ১৯৬৮

আপোনাৰ



মৰমৰ মহন্ত,

কচ্ছত সত্যাগ্ৰহ কৰি উলটি অহাৰ পিছত ইংৰাজী কাকত এখনৰ অনুৰোধক্ৰমে "সাম্প্ৰতিক অসমীয়া উপন্যাস" নামেৰে প্ৰবন্ধ এটা লেখিলোঁ। এতিয়া নতুন এটা অনুৰোধ আহিছে। কলিকতাৰ অনুষ্ঠান এটাই ভাৰতীয় জাতীয় নেতাসকলৰ বিষয়ে "বিশ্বকোষ" এখন উলিয়াবলৈ মনস্থ কৰিছে। সেই বিশ্বকোষত আমাৰ লোকপ্ৰিয় বৰদলৈৰ বিষয়ে প্ৰবন্ধ এটা সন্নিৱিষ্ট কৰিবলৈ তেওঁলোকে সিদ্ধান্ত কৰিছে। এই প্ৰবন্ধটো লেখি দিবলৈ মান্তি হৈছোঁ। বৰদলৈ জানো আমাৰ এজন প্ৰথম শ্ৰেণীৰ জাতীয়তাবাদী নেতা নাছিল? 'মিশ্যন্ উইথ্ মাউণ্টবেটেন্' বোলা কিতাপখন পঢ়োঁতে বৰদলৈৰ কথা পাই অসমীয়া হিচাপে মনটো ভাল লাগিছিল।

ইখনৰ পিছত সিখনকৈ আপোনালৈ চিঠি লেখিয়েই আছোঁ। এনেবোৰ চিঠিত "যিহকে পাই তাকে লেখা"ৰ সুবিধা আছে। তাতোকৈ ডাঙৰ কথা হৈছে আমাৰ ভাষা-সাহিত্যত, চিঠি-সাহিত্যৰ লেখীয়া বস্তুৰ অভাৱ। এনেকৈ আপোনালৈ চিঠি লেখাৰ ইও এটা কাৰণ। চিঠি-সাহিত্যৰ পৰিচয় বিশ্ব-সাহিত্যত বহুতো আছে। আমাৰ সাহিত্যত হে নাই। এইটো জানো দুখৰ কথা নহয়?

ব্যক্তিগতভাৱে মই বহুতো চিঠি পাওঁ। ইয়াৰে কিছুমান বেনামী

চিঠি। নাম বা ঠিকনা নজনাৰ কাৰণে উত্তৰ দিবলৈ টান। নাম আৰু ঠিকনা থকা চিঠিৰ উত্তৰ পোৱাৰ লগে লগে দিওঁ। বহুতে নানান প্ৰশ্ন সুধি চিঠি দিয়ে। বাজহুৱা মূল্য থকা প্ৰশ্নৰ উত্তৰ আপোনালৈ দিয়া চিঠিৰ জৰিয়তে দিওঁ। এজনে সুধি পঠিয়াইছে: "মই নতুনকৈ বিয়া কৰাইছোঁ, বৈৱাহিক জীৱন সুখৰ কৰিবলৈ কি কৰা উচিত?" এই প্ৰশ্নটো অত্যন্ত ব্যক্তিগত যদিও ইয়াৰ এটা সামগ্ৰিক সামাজিক মূল্য আছে। এই বছৰতে প্ৰকাশ পাব লগা মোৰ "বহাগতে পাতি যাওঁ বিয়া" বোলা কিতাপখনত এই বিষয়ে বিতংকৈ আলোচনা কৰিছোঁ। গতিকে এই চিঠিত উত্তৰ দিব খোজা নাই। ডেকাজনলৈ এই বিষয়ে পোনপটীয়াকৈ লেখিম।

আন এজনে সুধিছে: "দেশ-প্ৰেম কি?" এইটো এটা মাৰাত্মক প্ৰশ্ন। একেষাৰ কথাতে এনে এটা প্ৰশ্নৰ উত্তৰ দিয়াটো টান। বৰ্ত্তমান 'জোচেফ পি. মোৰে' বোলা পণ্ডিত-ব্যক্তি এজনৰ "প্ৰাইড্ অব্ ষ্টেট্" বোলা কিতাপ এখন পঢ়ি আছোঁ। এই কিতাপখনত বাস্তৱ আৰু মনোধৰ্ম্মী, উভয় দিশৰপৰা দেশ-প্ৰেমৰ মনোৰম বিশ্লেষণ আছে। এই কিতাপখন পঢ়িলেই দেশ-প্ৰেমৰ বিষয়ে সুন্দৰকৈ বুজিব পৰা হ'ব। বৰ্ত্তমান যুগটো অধ্যয়নৰ যুগ। নিজে চিন্তা কৰিবলৈকো কিবা এটা ভিত্তি লাগে। সেই ভিত্তি অধ্যয়নে প্ৰদান কৰে।

দেশ-প্ৰেম হৈছে কিবা এক বৰ্ণনা-অসম্ভৱ অনুভূতি। একেষাৰ কথা বিস্মৃত হ'লে নহ'ব, দেশ-প্ৰেমৰ সৈতে মানৱ-প্ৰেম ওতপ্ৰোতভাৱে সাঙোৰ খাই আছে। দেশৰ মানুহক ভাল পাব নোৱাৰিলে দেশখনক ভাল পাব নোৱাৰি। কাৰণ, মানুহৰ সমষ্টিয়েই হৈছে দেশ আৰু সমাজ। দাৰ্শনিক-প্ৰৱৰ ৰুচ'ৰ "চচিয়েল কন্‌ট্ৰেক্ট্" বোলা কিতাপখনত খ্ৰীষ্টান ধৰ্ম্মৰ বিষয়ে এনেদৰে আছে: "Christianity as a religion is entirely spiritual, occupied solely with heavenly things; the country of the Christian is not of this world." এইষাৰ কথা আমাৰ বৈষ্ণৱধৰ্ম্মৰ ক্ষেত্ৰতো



প্ৰয়োগ কৰিব পাৰি। তথাপি আমাৰ শঙ্কৰদেৱ বা খ্ৰীষ্টান ৰুচ'ই জানো এই মৰ্ত্ত্যলোকৰ মানুহৰ কথা চিন্তা নকৰাকৈ আছিল? কাৰ্ল মাৰ্ক্সৰ সহযোগী এঙ্গল্‌চে জাৰ্ম্মান দৰ্শন-শাস্ত্ৰত কেনেকৈ মানুহ আৰু দেৱতাক একীভূত কৰিছিল, সেই বিষয়ে স্পষ্টভাৱে লেখিছে। এনেদৰে চিন্তা কৰিব পৰাটোৱেই হৈছে, দেশ-প্ৰেমৰ মৰ্ম্মস্পন্দন। খ্ৰীষ্টান, ইচলাম, হিন্দু, এই প্ৰত্যেকটো ধৰ্ম্মৰে সম্বন্ধ হৈছে আধ্যাত্মলোকৰ সৈতে। বৌদ্ধধৰ্ম্মৰ বিষয়েও এইষাৰ কথাকে ক'ব পাৰি। তথাপি কোনোবাটো ধৰ্ম্মই জানো মানুহক অস্বীকাৰ কৰি প্ৰৱৰ্ত্তিবলৈ যত্ন কৰা দেখা যায়? আধ্যাত্মলোকৰ প্ৰতি মন আকৰ্ষণ কৰি মানুহৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰাটোৱেই হৈছে সকলো ধৰ্ম্মৰে মূল স্পন্দন। মানুহক অস্বীকাৰ কৰি দেৱতা-আৰাধনা সাৰ্থক হ'ব নোৱাৰে। কাৰ্ল মাৰ্ক্স জানো খ্ৰীষ্টান নাছিল? মানৱ-প্ৰেম যেনেকৈ দেশ-প্ৰেমৰ অঙ্গবিশেষ, তেনেকৈ ধৰ্ম্মবো অঙ্গবিশেষ।

দেশ-প্ৰেম হৈছে এক শক্তিশালী অনুভূতি। শক্তিশালী বাবেই এই অনুভূতি শিল্পী-সাহিত্যিকে যেনেকৈ অনুভৱ কৰিব পাৰে, তেনেকৈ আনে নোৱাৰে। অন্ততঃ ৰাজনীতিজ্ঞই নোৱাৰে। ৰাজনীতিজ্ঞৰ দেশ-প্ৰেম স্বাৰ্থৰে কলুষিত। ব্যক্তিগত স্বাৰ্থ যেতিয়াই বৰ্জ্জন কৰিব পাৰিছে, তেতিয়াই দেশ-প্ৰেমিক ৰাজনীতিজ্ঞ মহৎ শিল্পীলৈ ৰূপান্তৰিত হৈছে। নেহৰুৱে পৰা নাছিল। নেতাজী সুভাষচন্দ্ৰই ব্যক্তিগত স্বাৰ্থক পৰিহাৰ কৰিব পাৰিছিল। আমাৰ কুশল কোঁৱৰে পাৰিছিল। কমলা মিৰিয়ে পাৰিছিল। কনকলতাই পাৰিছিল। ভোগেশ্বৰী আইতাই পাৰিছিল। আনহাতে মণিৰাম দেৱানে পৰা নাছিল। মিল চাহাবক দেৱানে দিয়া স্মাৰক-পত্ৰখন পঢ়িলেই কথাষাৰ ওলাই পৰিব। উৎকট দেশ-প্ৰেমে মানুহক অন্ধ কৰে।

সাহিত্যিকৰ দেশ-প্ৰেমমূলক অনুভূতি শক্তিশালী যদিও এনে দেশ-প্ৰেমত ভাবপ্ৰৱণতা নথকা নহয়। সাহিত্যৰথী বেজবৰুৱাৰ "বৰাগী আৰু বীণ" কৱিতাত এনে তৰহৰ ভাবপ্ৰৱণতা আছে। বিনন্দ বৰুৱাৰ

"গড়গাঁও" কৰিতাত আছে। ডিম্বেশ্বৰ নেওগৰ "শাপমুক্তা" বোলা কৰিতাটোতো আছে। শ্বেক্স্‌পীয়েৰৰ "কিং ৰিচাৰ্ড" বোলা নাটকখনত প্ৰকাশ পোৱা ইংলণ্ডৰ বৰ্ণনা কৱি-শিল্পীৰ ভাবপ্ৰৱণতাৰ এক চৰম নিদৰ্শন।

"This other Eden
demi-paradise
This fortress built by
Nature for herself
... ... ...
This blessed plot, this
earth, this realm,
this England."

কৱি-শিল্পীৰ ৰঙীণ কল্পনাত উদ্ভাসিত হোৱাটো সম্ভৱপৰ হ'লেও কোনো দেশ কেতিয়াও "অৰ্দ্ধেক স্বৰ্গপুৰী" হ'ব নোৱাৰে। সেইদৰে "ব্ৰহ্মাণ্ডৰ ক্ষুদ্ৰ তাণ্ডৱণো" হ'ব নোৱাৰে। শ্বেক্স্‌পীয়েৰে যিমানে নকওক লাগিলে, ইংলণ্ড কেতিয়াও "অৰ্দ্ধেক স্বৰ্গপুৰী" নহয়। কেৱল দেশ-প্ৰেমক বিষয়-বস্তু স্বৰূপে লৈ কেতিয়াও উৎকৃষ্ট কলা-সৃষ্টি সম্ভৱপৰ নহয়। এই বিষয়ে "সাহিত্য আৰু সাহিত্য" বোলা কিতাপখনত লেখিছোঁ। ওপৰত ইংলণ্ড বিষয়ক উদ্ধৃতি দিছোঁ যদিও শ্বেক্স্‌পীয়েৰৰ "কিং ৰিচাৰ্ড" নাটক উচ্চ পৰ্য্যায়ৰ সৃষ্টি-বস্তু নহয়। এই একেজনা নাট্যশিল্পীৰ "কিং লীয়েৰ" নাটকৰ যি বিশ্বজনীন সৌষ্ঠৱ আছে, সেই সৌষ্ঠৱ "কিং ৰিচাৰ্ড" নাটকৰ নাই। এই দুয়োখন নাটক ৰিজাই পঢ়িলে কৱি-শিল্পীজনাৰ দৃষ্টিভঙ্গীৰ তাৰতম্য ওলাই পৰিব।

দেশ-প্ৰেমৰ অন্তৰ্নিহিত যি অনুভূতি, সেই অনুভূতিক কোনো-কোনোৱে যুৱক-যুৱতীৰ মাজৰ প্ৰণয়াসক্ত সম্মোহনৰ সৈতে ৰিজাব খোজে। পুৰুষে নাৰীক যেনেকৈ প্ৰণয় দান কৰে তেনেকৈ দেশ-প্ৰেম পূৰঠ কৰি তুলিব নোৱাৰিলে, এই প্ৰেম কতিয়াও সাৰ্থক-বস্তুলৈ ৰূপান্তৰিত হোৱাটো সম্ভৱ নহয়। নাৰীক প্ৰণয় দান কৰা কাৰ্য্যত পুৰুষৰ স্বাৰ্থ আছে। সেইদৰে নাৰীৰো আছে। কোনো প্ৰণয়াসক্ত যুৱক-যুৱতীৰ মাজত স্বাৰ্থৰহিত সম্মোহন হ'ব নোৱাৰে। ৰোমাণ্টিক কৱি-শিল্পীয়ে হেজাৰ ক'লেও এনে ধৰণৰ ধাৰণা বাস্তৱতে সঁচা নহয়। দেশ-প্ৰেমৰ ক্ষেত্ৰত ব্যক্তিগত স্বাৰ্থ কল্যাণকৰ বস্তু নহয়। যি দেশ-প্ৰেম নিস্বাৰ্থ, সেই দেশ-প্ৰেম মহিমামণ্ডিত হোৱাটো সম্ভৱ। আৱেগ, আকৰ্ষণৰ ক্ষেত্ৰত হে দুয়োবিধ প্ৰেমৰ ৰিজনিৰ অৱতাৰণা কৰিব পাৰি। স্বাৰ্থৰ ক্ষেত্ৰত নহয়।

দেশ-প্ৰেমৰ সৈতে মানৱ-প্ৰেম সাঙোৰ খাই আছে যদিও দেশ-প্ৰেম বিশ্বজনীন বস্তু নহয়। ইয়াৰ প্ৰমাণ সাম্প্ৰতিক বুৰঞ্জীত স্পষ্ট হৈ আছে। কাৰ্ল মাৰ্ক্সে কৈছিল: "শ্ৰমিকৰ কোনো দেশ নাই। পৃথিৱীৰ সকলো শ্ৰমিক একে"। আদৰ্শ হিচাপে কথাষাৰৰ গুৰুত্ব আছে। সেইবুলি বাস্তৱত ই জানো সঁচা? যোৱা মহাসমৰৰ সময়ত অস্ত্ৰ-শস্ত্ৰৰ যোগান ধৰি জাৰ্ম্মেনিৰ শ্ৰমিকে হিটলাৰক ৰুচিয়াৰ শ্ৰমিকক মষিমূৰ কৰিবলৈ উদগোৱা জানো নাছিল? সেইদৰে আজি কেইবছৰমানৰ আগতে হাঙ্গেৰীত যেতিয়া জাতীয়তাবাদী বিপ্লৱ হৈছিল, তেতিয়া ৰুচিয়াৰ শ্ৰমিকে অস্ত্ৰ-শস্ত্ৰৰ যোগান ধৰি হাঙ্গেৰীৰ শ্ৰমিক জনসাধাৰণক মষিমূৰ কৰিবলৈ ৰুচদেশক উদগনি যোগোৱা জানো নাছিল? এনে অৱস্থাত কাৰ্ল মাৰ্ক্সৰ ধ্বনিক কেৱল আদৰ্শাত্মক ধ্বনি নুবুলি কি বুলিব পাৰি? বাস্তৱক্ষেত্ৰত ই কিমানদূৰ কাৰ্য্যকৰী, সেই বিষয়ে ভাবি চাবলগীয়া।

দেশ নহ'লে দেশ-প্ৰেম হ'ব নোৱাৰে। আচলতে দেশ-প্ৰেম হৈছে এক আঞ্চলিক অনুভূতি। অৱশ্যে বহিৰ্শক্তিৰ আক্ৰমণৰ সম্মুখত দেশ-প্ৰেমৰ পৰিধি বহল হোৱাটো স্বাভাৱিক কথা। যোৱা চীনদেশ আৰু পাকিস্তানৰ আক্ৰমণৰ সময়ত এইটোৱেই হৈছিল। জাতি-ধৰ্ম্ম, সম্প্ৰদায়, অঞ্চল নিৰ্ব্বিশেষে ভাৰতৰ সকলো জনসাধাৰণ দেশ-প্ৰেমৰ

দ্বাৰা অনুপ্ৰাণিত হৈ একগোট হৈছিল। যি এই আদৰ্শৰ দ্বাৰা অনুপ্ৰাণিত হোৱা নাছিল, সেইজন দেশ-প্ৰেমিক নহয়, দেশদ্ৰোহী হে। পাকিস্তানো চীনদেশৰ দৰে ভাৰতৰ প্ৰতি শত্ৰুভাৱাপন্ন। পাকিস্তান এখন বিদেশী ৰাষ্ট্ৰ। পাকিস্তানক সমালোচনা কৰা মানে ভাৰতীয় কোনো সম্প্ৰদায়ক সমালোচনা কৰাটো নুবুজায়। ভাৰতীয় ভাৰতীয়েই। আমাৰ দেশখন সকলো সম্প্ৰদায়ৰে দেশ। এনেদৰে চাব পৰাৰ ওপৰতে দেশৰ মঙ্গল বহুদূৰ নিৰ্ভৰ কৰে।

আঞ্চলিক ভিত্তিত দেশ-প্ৰেমে গঢ় লোৱাটো অতি স্বাভাৱিক কথা। বিশ্বৰ বিজনিত ৰুচ এজনৰ দেশ-প্ৰেম যেনেকৈ আঞ্চলিক, তেনেকৈ ভাৰতীয় এজনৰ ভাৰত-প্ৰেমো আঞ্চলিক। ৰুচ এজনে ৰুচদেশখনক ভাল পায়। সেইদৰে হিন্দুৱেই হওক বা মুছলমানেই হওক, ভাৰতীয় এজনে ভাৰতখনক ভাল পায়। এনে দেশ-প্ৰেম জানো দোষণীয়? এনে দেশ-প্ৰেম যদি দোষণীয় নহয়, তেতিয়া অসমীয়া এজনৰ অসম-প্ৰেমক দোষণীয় বুলিব পৰা হয় কেনেকৈ? যি দেশ-প্ৰেমে আনৰ দেশ-প্ৰেমক মষিমূৰ কৰিবলৈ নিবিচাৰে, সেই দেশ-প্ৰেম কেতিয়াও দোষণীয় হ'ব নোৱাৰে। নিজৰে মাজতে যি দেশ-প্ৰেমে পৰিধি সঙ্কীৰ্ণ কৰিবলৈ বিচাৰে, সেই দেশ-প্ৰেম হে দোষণীয়। এনে দেশ-প্ৰেমে আমাৰ ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদৰ স্বপ্ন মষিমূৰ কৰিবলৈ বিচাৰে। ৰূপকোঁৱৰৰ "অসমীয়া ডেকাৰ উক্তি" বোলা কৱিতাটো পঢ়ি চালেই এই স্বপ্নই কেনেকৈ ৰূপ লৈ উঠিছিল, সেই বিষয়ে বুজিব পাৰি। কৱিতাটোৰ এঠাইত আছে ঃ

"বিজয়ী আহোম কছাৰী কোচৰ
মেচৰ কুমাৰ মই
ৰাজবংশী ৰাভা
কপালত জ্বলে শত গৌৰৱ আভা
মই লালুং চুটিয়া
লুচাই মিকিৰ গাৰো
মিচিমি খামতি



... ... ...
সাম্য মৈত্ৰীৰ মৱেই বণুৱা
চাহ বাগিচাৰ মৱেই বনুৱা
ন অসমীয়া
মৈমনসিঙীয়া
থলুৱা নেপালী মই।"

ৰূপকোঁৱৰে নতুন এক বৃহৎ অসমীয়া জাতিৰ স্বপ্ন দেখিছিল। কেৱল বৰ্ণহিন্দু আৰু অসমীয়া মুছলমান কেইজনৰে অসমীয়া জাতিটো পূৰ্ণাংগ হ'ব নোৱাৰে। দুখৰ বিষয়, বৰ্ত্তমান অসমীয়া জাতিৰ পৰিধি সঙ্কীৰ্ণ হৈ গৈছে। তথাপি অসমৰ মানুহ কেউপিনে বঞ্চিত হৈছে বুলি যেতিয়া কোৱা হয়, তেতিয়া ৰূপকোঁৱৰৰ স্বপ্নক আঁকোৱালি লৈহে কোৱা হয়। উদাহৰণ স্বৰূপে, গুৱাহাটীৰ তেল শোধনাগাৰৰ দুশ তিনিজন নিয়ন্ত্ৰৰৰ বনুৱাৰ ভিতৰত এশ এজন হে যেতিয়া অসমীয়া বুলি কোৱা হয়, তেতিয়া দোষ ক'ত? অসমৰ প্ৰতিষ্ঠানসমূহত অসমৰ মানুহে ন্যায্য বিচাৰ পাব লাগে, এইষাৰ কথা আঞ্চলিক প্ৰীতিৰ পৰিচায়ক নহয়। খাৰুৱা তেলৰ ৰয়েলটি দিয়াৰ ক্ষেত্ৰত অসমৰ ন্যায্য দাবী অস্বীকাৰ কৰা হৈছে। অসমত দ্বিতীয় তেল শোধনাগাৰ স্থাপনৰ দাবীক কেন্দ্ৰীয় চৰকাৰে অৱমাননা কৰিছে। সদনৰ মজিয়াত এইবোৰ কথা কওঁতে কিছুমান সদস্যই চিঞৰ-বাখৰ লগাইছিল। তাৰ উত্তৰত কোৱা হৈছিল ঃ "আঞ্চলিক প্ৰীতি সাম্প্ৰদায়িকতাৰ লেখীয়া অশোভনীয় বস্তু নহয়। আঞ্চলিক প্ৰীতি বাস্তৱ বস্তু। সাম্প্ৰদায়িকতা হৈছে ধ্বংসমুখী, জাতীয়তাবাদক ধ্বংস কৰা বস্তু।"

ক্ষমা কৰিব, আন কথালৈ আঁতৰি আহিলোঁ। পৃথিৱীৰ ইতিহাস ফঁহিয়াই চালে দেশ-প্ৰেম যে আঞ্চলিক বৰপীৰাৰ ওপৰত প্ৰতিষ্ঠিত বস্তু, সেইষাৰ কথা স্পষ্ট হৈ পৰিব। ভাৰতৰ লেখীয়া দেশ এখনৰ অনুন্নত অঞ্চলসমূহৰ উন্নতিয়ে যে সমগ্ৰ দেশখনৰ উন্নতি সাধিব, সেই বিষয়ে সন্দেহ নাই। সম্প্ৰদায়-প্ৰীতিৰ দৰে দেশ-প্ৰেম যেতিয়া-

লৈকে সংঘাতকামী নহয়, তেতিয়ালৈকে ইয়াক অশোভনীয় বুলিব নোৱাৰি।

নিজৰ ভাষা-সাহিত্য-সংস্কৃতিৰ প্ৰতিও মানুহৰ প্ৰীতি দেশ-প্ৰেমৰ এক উজ্জ্বল নভোমণ্ডল। নিজৰ ভাষা বা সাহিত্যৰ প্ৰতি যাৰ প্ৰীতি নাই, সেইজন কেতিয়াও দেশ-প্ৰেমিক হ'ব নোৱাৰে। অসমত অসমীয়া ভাষাত প্ৰকাশিত কাকতকেইখনৰ নাম নজনা ব্যক্তিক দেশ-প্ৰেমিক বুলি কওঁ কেনেকৈ? নিজৰ জন্মভূমিৰপৰা বাহিৰত আঁতৰি থাকিলেও মানুহে নিজ অঞ্চলৰ গতি-প্ৰগতিৰ বিষয়ে সজাগ থকা উচিত। অসমক চিনি নোপোৱা অসমীয়া কেতিয়াও সৰ্ব্বভাৰতীয় ব্যক্তি হ'ব নোৱাৰে। নিজৰ স্বাৰ্থক সাবোগত কৰি বৰণ সলাই থকা মানুহো কেতিয়াও দেশ-প্ৰেমিক হ'ব নোৱাৰে। জনসাধাৰণৰ সৈতে যাৰ সম্বন্ধ নিবিড়, তেনে মানুহে ব্যক্তিগত স্বাৰ্থ পূৰণৰ অৰ্থে কেতিয়াও বৰণ সলাব নোৱাৰে।

সমাজবাদৰ অবিহনে যেনেকৈ গণতন্ত্ৰ হ'ব নোৱাৰে, তেনেকৈ সত্যৰ ওপৰত প্ৰতিষ্ঠিত নহ'লে দেশ-প্ৰেম হ'ব নোৱাৰে। তাহানি হাৱাৰ্ড ফ'ষ্টৰ এখন কিতাপত সত্যৰ বিষয়ে এক অপূৰ্ব্ব ব্যাখ্যা পঢ়া মনত আছে। মানুহজনে কোৱা একেষাৰ কথা মোৰ বৰ ভাল লাগিছিল। সঙ্ঘবদ্ধ বা দলবদ্ধ হৈ মানুহৰ চিন্তাধাৰা যেতিয়া এঢলীয়া হয়, তেতিয়া সত্যৰ দৰে দেশ-প্ৰেমো এঢলীয়া হয়। এই কাৰণেই সাম্প্ৰদায়িকতাক এঢলীয়া বস্তু বুলিব খুজিছোঁ। সকলো সংঘাতকামী বস্তুৰ দৰেই সাম্প্ৰদায়িকতাও হৈছে এক মাৰাত্মক বস্তু। ই দেশ-প্ৰেমৰ পৰিচায়ক হ'ব নোৱাৰে।

ব্যক্তিগত স্বাৰ্থৰ বাবেই হওক বা দলীয় স্বাৰ্থৰ বাবেই হওক, দেশৰ সমূহীয়া স্বাৰ্থ জলাঞ্জলি দিয়াটো দেশ-প্ৰেমৰ চিনাকি নহয়। এই ক্ষেত্ৰত অসমৰ পুনৰ্গঠন সমস্যাৰ কথা বিশ্লেষণ কৰি চালেই সকলো কথা স্পষ্ট হৈ পৰিব। নিজৰ স্বাৰ্থক প্ৰাধান্য দিয়া প্ৰত্যেকটো ৰাজনৈতিক দলেই জানো অসমক খণ্ডিত কৰা প্ৰস্তাৱৰ বিৰোধিতা কৰা



সমস্যাৰপৰা আঁতৰি পৰা নাই? এই ক্ষেত্ৰত বিৰোধিতা কৰা দুটা সৰ্ব্বভাৰতীয় ৰাজনৈতিক দলৰ বাহিৰে অসমত তৃতীয় দল কোনটো আছে? পূৰ্বঠ দেশ-প্ৰেমে এনে পৰিস্থিতিক কেতিয়াও অনুমোদন নজনায়। "অসম মৰিলে আমিও মৰিম", এইষাৰ কথা সম্যকভাৱে উপলব্ধি কৰিব নোৱাৰাৰ কাৰণেই দেশত আজি খণ্ড-স্বাৰ্থ ই প্ৰাধান্য লাভ কৰিছে।

দেশ-প্ৰেমৰ বিষয়ে লেখিবলগীয়া বহুতো কথা আছে। নিৰ্ভীক হ'ব নোৱাৰিলে কেনেকৈ দেশ-প্ৰেমিক হ'ব নোৱাৰি, সেই বিষয়েও লেখিবলগীয়া বহু কথা আছে। দেশ-প্ৰেমিকৰ সাহস হৈছে প্ৰহ্লাদৰ সাহস। এই বিষয়ে বহুতো কথা লেখিব পাৰি যদিও চিঠি দীঘলীয়া কৰিব খোজা নাই। আমাৰ একপ্ৰকাৰ ভাল। আপোনাসকলৰ আশাকৰোঁ মঙ্গল।

প্ৰীতি-সম্ভাষণ জানিব। ইতি—

নতুন দিল্লী:
১২ মে': ১৯৬৮

আপোনাৰ

[signature]

মৰমৰ মহন্ত,

কলিকতাৰপৰা দিল্লীলৈ আকাশীযানৰ উৰণ দুঘণ্টা যদিও পলম হৈছিল, তথাপি নিশা সুকলমে এইখিনি পালোঁহি। গোটেই বাটটোত দেখিছিলোঁ, আকাশখন ঘন চিয়াহীবুলীয়া ডাৱৰেৰে ভৰপূৰ। এইখন বাৰিষাৰ আকাশ। ডাৱৰবোৰ দেখি মনত ভাব হৈছিল, এইবোৰ ডাৱৰেই কলহৰ কাণেৰে বৰষুণ ঢালি আমাৰ অসমৰ স্বভাৱতে অনাটন-গ্ৰস্ত ৰাইজৰ পথাৰ-সমাৰ, ঘৰ-দুৱাৰ ইত্যাদি বানপানীৰে ওপচাই পেলাই জীৱন দুৰ্ব্বহ কৰিছে। অসমৰ জীৱনত বানপানী হৈছে বছেৰেকীয়া এক আহুকাল। আমাৰ খেতিয়কে যথোচিত পৰিশ্ৰম কৰে। এইবাৰ আমাৰ পথাৰসমূহ শইচেৰে উপচি পৰিছিল। সেই শইচকে বান-পানীয়ে আকৌ উটুৱাই লৈ গ'ল। কেৱল শইচকে নহয়, কিমানৰ যে ভেটি এই বানপানীয়ে উচন কৰিলে, কিমান যে গৰু-ম'হ, হাঁহ-ছাগলী, মানুহ-দুনুহ বানপানীৰ গৰাহত নিশ্চিহ্ন হৈ গ'ল, তাৰ সঠিক লেখ কোনে দিব? বানপানী আৱিৰ্ভাৱ হোৱাৰ পূৰ্ব্বৰেপৰা মঙ্গলদৈ মহকুমাৰ আৰু উত্তৰ কামৰূপৰ অনাটনগ্ৰস্ত অঞ্চল বহুতো ঘূৰিছোঁ, বহুতো ঠাইত একাঁঠু বোকা আৰু পানীক নেওচি খোজকাঢ়ি ফুৰিছোঁ। ৰাইজৰ দুখ-কষ্টৰ ভয়াবহ ছবিখন মোৰ চকুত সদায়েই স্পষ্ট হৈ থাকিব।

চৰকাৰৰ ঘৰৰপৰা দুৰ্দ্দশাগ্ৰস্ত ৰাইজৰ মাজত সাহায্য বিতৰণ কৰা হৈছে বুলি প্ৰায়েই জয়ঢোল কোবোৱা হয়। আচলতে এই সাহায্য প্ৰকৃত দুৰ্গতজনে পাইছে জানো? প্ৰত্যেক কামৰ বাবে একাগ্ৰতাৰ প্ৰয়োজন। এনে একাগ্ৰতাক কামৰ প্ৰতি নিচা বুলিব পাৰি। এই নিচা যাৰ আছে, আনৰ দুখত যাৰ অন্তৰ প্ৰকৃততে কোমলে, সেইজন হে আচল মানুহ। নহ'লে মানুহ আৰু ইতৰ জন্তুৰ মাজত পাৰ্থক্য কি? বানপানীৰ গৰাহত পৰি জড়াজীৰ্ণ হোৱা বহুতো মানুহ এতিয়াও মথাউৰিতে আছে। পেটত ভাত নাই, ইপিনে বৰষুণে কোবাইছে। বৰষুণৰ হাতৰপৰা নিজকে ৰক্ষা কৰিবলৈ কোনো সমল নাই। এইবোৰ মানুহৰ কথা ভাবিছে কোনে?

স্বাধীন দেশত ৰাইজক খাবলৈ, পিন্ধিবলৈ দিয়াৰ দায়িত্ব সম্পূৰ্ণৰূপে নিৰ্ভৰ কৰিছে চৰকাৰৰ ওপৰত। সেই বিষয়ে সন্দেহ নাই। সেইবুলি যিসকল ভাগ্যৱান ব্যক্তি এনে দুৰ্গত অৱস্থাৰ সন্মুখীন হ'ব লগা হোৱা নাই, সেইসকলৰ জানো এই দুৰ্গতসকলৰ প্ৰতি কোনো কৰ্ত্তব্য নাই? মানুহৰ প্ৰতি মানুহৰ এক চিৰন্তন নৈতিক কৰ্ত্তব্য আছে। এই নৈতিক কৰ্ত্তব্যক ধৰ্ম্মকাৰ্য্যৰ অন্তৰ্ভুক্ত কৰিব পৰা হয়। কোনো কোনো মানুহে ধৰ্ম্ম বুলিলেই উচাপ্ খাই উঠে। যি জীৱন-দৰ্শনে মানুহৰ মন সংবেদন-শীল কৰে, নিষ্কলুষ কৰে, উন্নত কৰে, শুদ্ধ আচৰণযুক্ত সত্যবাদী কৰে, সেয়ে হৈছে আচল ধৰ্ম্ম। যেতিয়া পশ্চিমবঙ্গৰ পুৰুলিয়া জিলাৰ সন্ন্যাসীসকলে বিনামূলীয়া ৰন্ধনশালা খুলি পাঁচ হেজাৰতকৈ অধিক অনাহাৰক্লিষ্ট জনসাধাৰণক ভাতৰ যোগান ধৰে, নাইবা যেতিয়া দিল্লীৰ কোনোবা এটা খ্ৰীষ্টান প্ৰতিষ্ঠানে আঠখন গাঁৱৰ ৰাইজক আহাৰৰ যোগান ধৰে, তেতিয়াই ধৰ্ম্মৰ মহৎ উদ্দেশ্য সাধন হয়। নাইবা যেতিয়াই গোৰখপুৰৰ গীতা প্ৰেছ বোলা ছপাশাল প্ৰতিষ্ঠানটোৱে বা গুৱাহাটীৰ চেম্বাৰ অব্ কমাৰ্চ বোলা প্ৰতিষ্ঠানটোৱে ৰাইজৰ দুখ মোচনৰ অৰ্থে ধনৰ টোপোলা আগবঢ়ায়, তেতিয়াই ধৰ্ম্মৰ ঘাই আদৰ্শ সাধিত হৈছে বুলি ক'ব পাৰি। ইতিমধ্যে এই-দুটা প্ৰতিষ্ঠানৰ সহায়ত দুৰ্গত ৰাইজৰ

মাজত প্ৰায় বত্ৰিশ হেজাৰ টকাৰ সাহায্য বিতৰণ কৰা হৈছে। এই একেদৰেই নগাঁৱৰ "ৰূপালীম ক্লাব" সাংস্কৃতিক অনুষ্ঠানটোৱে নাইবা টংলা আৰু মঙ্গলদৈৰ চিনেমা হাউচ দুটাই বিশেষ শ্ব' পাতি যেতিয়া সাহায্য পুঁজিলৈ বৰঙণিৰ যোনা আগবঢ়ায়, তেতিয়াই মানুহৰ প্ৰতি মানুহৰ যি কৰ্ত্তব্য, সেই কৰ্ত্তব্য পালন কৰা হয়। এই বিষয়ে সৰহকৈ আৰু নেলেখোঁ। এনেবোৰ কাৰ্য্য-কলাপৰ প্ৰতি ধাউতি আছে বুলিয়েই মানুহ মহৎ।

অন্ততঃ দুমাহ দিন ধৰি মঙ্গলদৈ মহকুমা আৰু উত্তৰ কামৰূপ অঞ্চলৰ পোনতে অনাটনগ্ৰস্ত ঠাইসমূহ আৰু তাৰ পিছত বানবিধ্বস্ত অঞ্চলসমূহ ভ্ৰমণ কৰা কালত কিছুমান দেৱতুল্য মানুহৰ উদাহৰণ পাই আহিছোঁ, তাৰে দুই-এটা উদাহৰণ এইখিনিতে উল্লেখ কৰিব খুজিছোঁ। আমাৰ গাঁৱৰ সমূহ ৰাইজৰ দুখ-কষ্ট অপৰিসীমভাৱে হৈছে। তাৰ ভিতৰত কেইটামান সম্প্ৰদায়ৰ মানুহৰ দুখ-কষ্ট বৰ্ণাব নোৱাৰি। এই সম্প্ৰদায়কেইটাৰ ভিতৰত তিনিটা সম্প্ৰদায়ৰ মানুহৰ কথা বিশেষভাৱে উল্লেখ কৰিব পাৰি। সেইকেইটা হৈছে ; (১) অনুসূচিত জাতিৰ মানুহ, (২) জনজাতীয় মানুহ আৰু (৩) মুছলিম সম্প্ৰদায়ৰ কিছুমান মানুহ।

সেইখন গাঁও আছিল এখন জনজাতীয় মানুহৰ গাঁও। বৰষুণৰ দিন। এই গাঁওখনতে ল'ৰা-ছোৱালীক খাবলৈ দিব নোৱাৰাৰ কাৰণে দুজন পুৰুষ নিৰুদ্দেশ হোৱাৰ খবৰ পাই আহিছোঁ। এইখন গাঁৱতে আমাক জনজাতীয় মানুহ এজনে দুৰ্দ্দশাপীড়িত পৰিয়ালে পৰিয়ালে লৈ ফুৰাইছিল। এনেতে মোৰ লগত যোৱা ডেকাকেইজনে এজন অৱস্থাপন্ন মানুহৰ ঘৰৰ আগ-চোতালত বহি লগত লৈ যোৱা খাদ্যবস্তু বিতৰণ কৰা কাৰ্য্যত ব্যস্ত হৈ পৰিল। মোক গাঁৱৰ ঘৰে ঘৰে লৈ ফুৰা মানুহজনৰ বিষয়ে তাৰে দুজনমানক সুধিলোঁ। তেওঁলোকে মানুহজনৰ বিষয়ে এনে এবাৰ কথা ক'লে যে কথাষাৰে তৎক্ষণাৎ মোৰ অন্তৰ স্পৰ্শ নকৰাকৈ নাথাকিল। এইজন মানুহৰ হেনো ভঁৰাল এটা আছে।



অৰ্থাৎ মানুহজনৰ অৱস্থা ভাল। দুপৰীয়া বা সন্ধিয়া ভাত ৰান্ধি মানুহজনে নিজৰ ল'ৰা-ছোৱালীক খাবলৈ দিয়াৰ লগতে অনাটনগ্ৰস্ত ওচৰ-চুবুৰীয়াৰ ল'ৰা-ছোৱালীকো এমুঠী খাবলৈ দিয়ে। কথাষাৰ শুনাৰ লগে লগে মানুহজনৰ প্ৰতি শ্ৰদ্ধাত মোৰ মূৰ দোঁ খাই আহিল। এইজন দেৱতুল্য মানুহ নহয় কি? মানুহক শিক্ষা-দীক্ষা কেলৈ লাগিছে? যিজনৰ আনৰ দুখত দুখী হ'ব পৰা অন্তৰ এখন আছে, সেইজন ব্যক্তি বহুতো তথাকথিত শিক্ষিতজনতকৈ অধিক শিক্ষিত, তথাকথিত জ্ঞানীজনতকৈ অধিক জ্ঞানী।

আৰু এদিনৰ কথা। এখন গাঁৱলৈ গৈছিলোঁ। গাঁৱৰ ভিতৰলৈ মটৰগাড়ী নাযায়। এঘৰ মানুহৰ পদূলিতে গাড়ীখন থৈ গাঁওখনলৈ খোজকাঢ়ি যাবলৈ ওলালোঁ। সেই পদূলিটো হৈছে এগৰাকী বুঢ়ী মানুহৰ। লগৰ স্থানীয় ডেকা এজনে বুঢ়ী গৰাকীৰ কথা ক'লে ঃ "এই বুঢ়ীজনী যে দেখিছে চাৰ, একোৱেই নাই। প্ৰায়ে নোখোৱাকৈ থাকে।" গাঁওখনলৈ যোৱাৰ আগতে বুঢ়ীক মাত দিলোঁ। বুঢ়ীয়ে ক'লে ঃ "আহক, এখন তামোল খাই যাওকহি।" মই কলোঁ ঃ "গাঁৱৰপৰা উলটি আহি আপোনাৰ ঘৰত সোমাম। বেয়া নাপাব।" ইঘৰ-সিঘৰত খবৰ লৈ গাঁৱৰ মাজে মাজে আমি গৈ আছোঁ, এনেতে আলিৰ দাঁতিৰ পুখুৰী এটাত গা ধুই থকা মানুহ এজন লগ পালোঁ। তেওঁক সুধিলোঁ ঃ "আপোনাসকলৰ গাঁৱৰ কেইবাদিনো লঘোনে থকা পৰিয়ালকেইটা কোনপিনে আছে, আমাক কৈ দিব নে?" কোনো কথা নাই, মানুহজন সেই তিতা গাৰেই আমাৰ লগত ওলাল। তেওঁৰ ঘৰ সেই পুখুৰীটোৰ পাৰতেই। তথাপি চোলা এটা পিন্ধি আহোঁগৈ বুলি মানুহজন ঘৰত নোসোমাল। এইদৰে খোজকাঢ়ি গৈ গৈ গাঁওখনৰ শেষ সীমাত কেইবাসাজো লঘোনে থকা তিনিটা পৰিয়াল পালোঁ। একেবাৰে একোৱেই নাই। দেখিলে দুখ লাগে।

এইদৰে লঘোনে থকা গাঁৱৰ মানুহ কিছুমানক গোটাই লৈ আমি ৰাজআলিৰ মটৰগাড়ী ৰৈ থকা ঠাইডোখৰলৈ আকৌ প্ৰত্যাৱৰ্ত্তন

কৰিলোঁ। তাতে এজন মানুহ লগ পালোঁ৷ খাবলৈ নাপাই চেহেৰাটো কিযে বিকৃত হৈছে ভাবিবকে নোৱাৰি। এনে বিকৃত চেহেৰাৰ একেবাৰে জঁকা ওলোৱা সৰু ছোৱালী এজনী আন এখন গাঁৱত দেখিছিলোঁ। এই মানুহজন আৰু ছোৱালীজনী জঁকাটো লৈ জীয়াই আছে কেনেকৈ সেইটো হে হৈছে সৰ্ব্ববৃহৎ প্ৰশ্ন। সম্ভৱতঃ এতিয়া হালেই মৰিছে। খাবলৈ নাপাই মানুহ মৰিলে চৰকাৰে "পুষ্টিহীনতা"ৰ কাৰণে মৃত্যু হোৱা বুলি কয়। শব্দ আৱিষ্কাৰ আৰু প্ৰয়োগ কৰাৰ ক্ষেত্ৰত চৰকাৰতকৈ কৌশলী আন কোনোবা হ'ব পাৰে বুলি মই নাভাবোঁ। মানুহ পুষ্টিহীনতাৰ দ্বাৰা আক্ৰান্ত হয় কেতিয়া? যেতিয়া দিনৰ পিছত দিন, মাহৰ পিছত মাহ একোজন মানুহ খাবলৈ নোপোৱাকৈ থাকে, তেতিয়াই সেইজন ব্যক্তি পুষ্টিহীন হৈ পৰে। পুষ্টিহীনতাৰ শেষ মাইলৰ খুঁটি হৈছে মৃত্যু।

গাঁৱৰপৰা ৰাজআলিলৈ আহি বৃদ্ধা মহিলা গৰাকীৰ ঘৰত সোমালোঁ। ইপিনে মোৰ লগৰ সৰু আৰু বাপকণ, দুয়ো লাগিল বস্ত্ৰ বিতৰণ কৰাত। বুঢ়ী গৰাকীয়ে খাবলৈ তামোল দিলে। এনেতে সেই ঘৰত থকা এজনী ছোৱালীয়ে ক'লে: "চাৰ, আপোনালৈ চাহ কৰোঁ, খাব?" চাহ নাখাওঁ বুলি কোৱাত তাই চৰ্ব্বত খাবলৈ ক'লে। চৰ্ব্বতো নাখাওঁ বুলি কোৱাত তাই ক'লে, "আপোনাৰ নাম কৈ এঠাইৰপৰা এধানমান চেনি খুজি আনিছোঁ, নাখালে কেনেকৈ হ'ব?" মই কলোঁ, "মোক চৰ্ব্বত দিব নালাগে। সেই চেনিকণ তোমালোকেই খাবা।"

এনেকৈ কথা পাতি থাকোঁতে মোৰ কেউকাষৰ মানুহৰ জুমটো বাঢ়িল। সেই জুমটোৰ ভিতৰত এজন মানুহ দেখিলোঁ, তেওঁৰ পিঠিত এটা মোনা। মোনাটোৰ ভিতৰত কিবা বস্তু আছে। মানুহজনক সুধিলোঁ: "আপোনাৰ মোনাত সেইয়া কি?" মানুহজনে ততালিকে উত্তৰ দিলে, "আজি পুৱাৰেপৰা ৰেলষ্টেচনত বিচাৰি বিচাৰি ল'ৰা-ছোৱালীহঁতলৈ দহ কিলো চাউল গোটাই আনিছোঁ।" এইবুলি কৈয়েই



মানুহজনে টোপোলাটো পিঠিৰপৰা মাটিত নমাই বুঢ়ী গৰাকীক তাৰে এক কিলো চাউল দিলে। চকুৰ পচাৰতে ঘটা এই ঘটনাটো দেখি মই স্তম্ভিত হৈ গলোঁ। পুৱাৰেপৰা ঘূৰি ঘূৰি মানুহজনে কোনো ৰকমে দহ কিলো চাউল গোটাই আনিছে। তাৰে এক কিলো চাউল বুঢ়ীক দিছে। এইটো আচৰিত কথা নহয় জানো? এইজন দেৱতুল্য মানুহ নহয় কি? মন্দিৰত দেৱতা নাই, দেৱতা থাকে মানুহৰ অন্তৰত।

সঁচা কথা, বৰ্ত্তমান আমাৰ সমাজত ধৰ্ম্ম-কৰ্ম্ম নোহোৱা হৈছে। পাপ-পুণ্যৰ বিচাৰ নোহোৱা হৈছে। দুখীয়াক মাৰি ধনী হ'বলৈ যত্ন কৰাটোৱেই হৈছে আজি বহুতৰে ধৰ্ম্ম। এনে ধৰণৰ স্বাৰ্থান্বেষী ধৰ্ম্ম পোনতে গা কৰি উঠে যোৱা মহাযুদ্ধৰ পৰিপ্ৰেক্ষিতত। স্বাধীনতাৰ পৰিপ্ৰেক্ষিতত এই ধৰ্ম্মৰ শক্তি হেজাৰ গুণে বৃদ্ধি পাইছে। ধনেই ধৰ্ম্ম বুলি বহুতকে কোৱা শুনিছোঁ। এইযাৰ কথা আজি যিমানদূৰ সঁচা, পূৰ্ব্ববৰ্ত্তী কালত সামাজিক ক্ষেত্ৰত সিমানদূৰ সঁচা আছিল নে নাই ক'ব নোৱাৰোঁ। আজি ক'ৰবাত দহ টকা ৰূপৰ বাঁহ দি দুশ টকা লৈ নিজৰ ভিতৰত বিতৰণ কৰাৰ উদাহৰণ বহুতো আছে। দুখীয়া ৰাইজৰ প্ৰতি যাৰ অন্তৰত স্নেহ আছে, পাপ-পুণ্যৰ যাৰ বিচাৰ আছে, তেনে ব্যক্তি এনে আচৰণত কেতিয়াও লিপ্ত হ'ব নোৱাৰে।

এইবাৰ ঘূৰি ফুৰি এটা কথাই উপলব্ধি হ'ল। প্ৰকৃততে ধৰ্ম্ম জীয়াই আছে দুখীয়াৰ সমাজত। ধনীৰ সমাজত ই কেতিয়াবাই মৰি ভূত হৈ গৈছে। ওপৰত উল্লেখ কৰা মানুহজনৰ কথা এবাৰ চিন্তা কৰি চালেই সকলো কথা স্পষ্ট হৈ পৰিব। বৰ্ত্তমান আমাৰ সমাজ সংশোধনৰ অভিযানেই হৈছে সবাতোকৈ প্ৰয়োজনীয় অভিযান। সমাজত যেতিয়ালৈকে দুৰ্নীতিপৰায়ণ ধনিকব্যক্তিৰ প্ৰাদুৰ্ভাৱ প্ৰৱৰ্ত্তন হৈ থাকিব, তেতিয়ালৈকে সমাজ নিম্নগামী হোৱাটো স্বভাৱসিদ্ধ। গতিকেই আজি আমাৰ সমাজত আধ্যাত্মবাদৰ পুনৰুত্থান বিশেষভাৱে প্ৰয়োজন হৈছে। এই কাম ৰাজনীতিত লিপ্ত হৈ থকা কলঙ্কিত ব্যক্তি-

সমূহে কৰিব নোৱাৰে। ইয়াৰ বাবে প্ৰয়োজন নিৰ্ম্মল অন্তৰৰ সমাজ-নেতাৰ। এই সমাজ-নেতাৰ আদৰ্শ হ'ব লাগিব আধ্যাত্মবাদী। অন্তৰ দিলেহে অন্তৰ স্পৰ্শ কৰিব পাৰি। অৰ্থহীন উকা ধ্বনিৰে দুখীয়া ৰাইজৰ অন্তৰ স্পৰ্শ কৰাটো সহজসাধ্য কথা নহয়। কেৱল "বিপ্লৱ কৰিম" বুলি চিঞৰিলেই সমস্যা সমাধান নহয়। সমস্যা সমাধান কৰিবলৈ শুদ্ধ চিন্তাৰ যেনেকৈ প্ৰয়োজন, তেনেকৈ শুদ্ধ কাৰ্য্যপন্থাৰো প্ৰয়োজন।

বেয়া নাপাব। চিঠি দীঘলীয়া হ'ল। ল'ৰা-ছোৱালীক খাবলৈ দিব নোৱাৰি ডিডিত চিপ-জৰী লৈ আত্মহত্যা কৰা মানুহৰ পৰিয়ালকো লগ পাই আহিছোঁ। এঠাইত পত্নী আৰু সৰু সৰু ল'ৰা-ছোৱালী চাৰিটাক এৰি থৈ পিতাকে আত্মহত্যা কৰাৰ খবৰ পাই আহিছোঁ। আন এঠাইত সৰু সৰু তিনিটা ল'ৰা-ছোৱালীক এৰি থৈ মাকে আত্মহত্যা কৰাৰ খবৰ পাই আহিছোঁ।* এনেধৰণৰ ভাগ্যহীন পৰিয়ালৰ প্ৰতি সমাজৰ জানো কোনো কৰ্ত্তব্য নাই? এইবোৰ কথা যিমানেই ভাবোঁ, সিমানেই অন্তৰখন উৱলি যায়। এনেবোৰ কথা সৰহকৈ লেখি আপোনাক আমনি দিব খোজা নাই।

একপ্ৰকাৰ আছোঁ। আপোনাসকলৰ মঙ্গল কামনা কৰিলোঁ। প্ৰীতি-সম্ভাষণ জানিব। ইতি—

নতুন দিল্লী,
১৯ জুলাই ঃ ১৯৬৮

আপোনাৰ
[signature]

* এই দুয়োটা পৰিয়ালৰ লৈকে মই গৈছোঁ।



মৰমৰ মহন্ত,

আজি কেইদিনমানৰপৰা দিল্লীত বৰষুণ পৰিছে। বৰষুণৰ হাত-বুলনি পাই কেউপিনৰ পৃথিৱীখন সেউজীয়া হৈ পৰিছে। দিল্লীৰ বৰষুণৰ কোনো নিশ্চয়তা নাই, আহে আৰু যায়। তাহানি নিজে লেখা কৱিতা এটাৰ প্ৰথমটো পংক্তিলৈ মনত পৰিছে। পংক্তিটো হৈছে ঃ

এই আহে, এই যায়
এয়া দিল্লীৰ বৰষুণ,
এই আহে, এই যায়,
এয়া ৰংদৈ বাগিচাৰ আইকণ ঃ
বৰষুণ, আইকণ,
এয়া পোহৰৰ বিদ্যুৎবৰণ।

দিল্লীৰ বৰষুণৰ যেনেকৈ নিশ্চয়তা নাই, তেনেকৈ মানুহৰো নিশ্চয়তা নাই। কেতিয়া আহে, কেতিয়া যায় আৰু আহিলে কি কথা কয়, তাৰ কোনো নিশ্চয়তা নাই। "নিশ্চয়তা নাই" বোলা কথাষাৰ এই অৰ্থত হে ব্যৱহাৰ কৰিছোঁ।

আমাৰ এইখন পৃথিৱীৰ বৈচিত্ৰ্যই মানুহক সদায়েই মোহিত কৰি আহিছে। ইয়াত কিমান যে তৰহে তৰহে মানুহ! ক'ৰবাত পঢ়া

মনত আছেঃ "স্নায়ুৰ ব্যৱহাৰে মানুহৰ মনস্তত্ত্বৰ গঢ় দিয়ে।" এই বিষয়ে তাহানি ইংৰাজী প্ৰবন্ধ এটাত লেখা মনত পৰিছে। তাৰ পুনৰুদ্ধাৰ কৰিব খোজা নাই। আমাৰ যে কথা এবাৰ আছে "ধানটোৰে প্ৰতি কণটো, মানুহটোৰে প্ৰতি মনটো", বৰ সঁচা। মানুহটোৰে প্ৰতি মনটো পৰিৱেশ আৰু অৱস্থাই গঢ় দিয়া বস্তু। বিশেষ এক পৰিৱেশত মানুহৰ স্নায়ুৱে বিশেষভাৱে ক্ৰিয়া কৰে। এনেদৰেই মানুহৰ মনে বৈচিত্ৰ্যৰ ৰূপ লয়।

কিছুমান মানুহ স্বভাৱতে প্ৰতিশোধকামী। প্ৰতিশোধ লোৱাটো এওঁলোকৰ চৰিত্ৰৰ এক বিশেষত্ব। অলপ কথাতে এনে মানুহৰ মনটো প্ৰতিশোধকামী হৈ পৰে। প্ৰতিশোধ নলৈ মানুহক যে ক্ষমা কৰিব পাৰি, সেইবাৰ কথা এনে মানুহে বুজিবলৈ যত্ন নকৰে। অযথা প্ৰতিশোধৰ ভাব মনলৈ অহাৰ লগে লগে মনটো কলুষিত হৈ পৰে। মনৰ কলুষে মুখমণ্ডলত প্ৰতিবিম্ব নেপেলোৱাকৈ নাথাকে।

তাহানি এইচ. জি. ওৱেল্‌চৰ বিশ্ববুৰঞ্জীত কথা এবাৰ পঢ়া মনত আছে—খং উঠা অৱস্থাত মানুহ এজনৰ মুখমণ্ডল আৰু সেই একে অৱস্থাৰ কুকুৰ এটাৰ মুখমণ্ডলৰ মাজত কোনো পাৰ্থক্য নাই। তাহানি লোকপ্ৰিয় বৰদলৈৰ সৈতে বিশ্ববিদ্যালয়ৰ কাৰণে পুঁজি সংগ্ৰহ কৰিবলৈ যাওঁতে অসমৰ লব্ধপ্ৰতিষ্ঠ এজন নেতাই বৰদলৈ ডাঙৰীয়াৰ প্ৰতি খঙাল আচৰণ কৰা দেখিছিলোঁ। সেই মুহূৰ্ত্তত মোৰ এইচ. জি. ওৱেল্‌চৰ উপৰোক্ত কথাষাৰলৈ মনত পৰিছিল। খং উঠিলে আমাৰ বুজন মানুহে আৰ্চীত নিজৰ মুখখন চাবলৈ কয়। এইষাৰ শিকনিৰ অৰ্থ নোহোৱা নহয়। খং উঠা মানুহৰ সমগ্ৰ স্নায়ুমণ্ডলী উত্তেজিত হৈ পৰে। এই কাৰণেই সম্ভৱতঃ আমাৰ ঋষি-মুনিসকলে খঙত উত্তেজিত হোৱা মানুহক পদ্মাসন কৰি ধ্যানত বহিবলৈ উপদেশ দিছিল। উত্তেজিত স্নায়ুমণ্ডলৰ ভাৰসাম্য উদ্ধাৰ কৰা ই এটা উৎকৃষ্ট উপায়।

এই চিঠিত খঙাল মানুহৰ কথা ক'ব খোজা নাই। চিঠিখন লেখি যাওঁতে এইষাৰ উপকৰাকৈ অহা কথা হে। মই অৱশ্যে একেষাৰ



কথা বিশ্বাস কৰোঁ। কিছুমান মানুহে ওৰেটো জীৱন কিবা এক স্বপ্ন বা আদৰ্শক সাৰোগত কৰি শেষ কৰি দিয়ে। এনেবোৰ মানুহকে সমাজে "উন্মাদ" বোলে। এনে ধৰণৰ "উন্মাদ" মানুহ নথকা হ'লে পৃথিৱীখন সুন্দৰ আৰু মহৎ নহ'লহেঁতেন।

একোটা আদৰ্শক আঁকোৱালি লৈ ওৰেটো জীৱন উচৰ্গা কৰিব নোৱাৰিলে কোনো আদৰ্শকে কেতিয়াও বাস্তৱলৈ ৰূপান্তৰিত কৰিব নোৱাৰি। প্ৰায় প্ৰত্যেক মানুহ একোটা চক্ৰবেহুৰ মাজত আবদ্ধ। এই চক্ৰবেহুৰ সীমা আঁকিছে নিজৰ ঘৰ-সংসাৰ, পৰিয়াল আৰু জীৱনধাৰণ কৰাৰ ব্যস্ততাই। এনে ধৰণৰ ব্যস্ততা নহ'লেও জীৱন পূৰঠ নহয়। সেইবুলি এই চক্ৰবেহুৰ মাজত হেৰাই নগৈ যিজনে বাহিৰৰ পৃথিৱীখনলৈ অন্ততঃ ভুমুকি মাৰি চাব পাৰিছে, সেইজন ব্যক্তি হে মহৎ হ'ব পাৰিছে। এই চক্ৰবেহুক অতিক্ৰম কৰিব পাৰিলে আৰু ভাল। ই জানো সম্পূৰ্ণৰূপে সম্ভৱ? দাৰ্শনিক-প্ৰৱৰ বেকনে এই কাৰণেই সম্ভৱতঃ অবিবাহিত মানুহক "সৰ্ব্বশ্ৰেষ্ঠ নাগৰিক" বুলিছিল।

বহুত বাহিৰা কথা কলোঁ। এতিয়া আচল কথালৈ আহোঁ। দিল্লীত আমাৰ ঘৰলৈ তৰহে তৰহে মানুহ আহে—ৰাজনীতি, সমাজনীতি, সাহিত্য আদিত অংশ গ্ৰহণ কৰা মানুহৰপৰা আৰম্ভ কৰি চিত্ৰ-প্ৰযোজক, বনুৱা-নেতা, চিত্ৰ-শিল্পী ইত্যাদিলৈকে। ইয়াৰ বহুতেই যে কিবা এক আদৰ্শৰ দ্বাৰা আপ্লুত, সেইষাৰ কথা নহয়। এওঁলোক কিবা এক হুজুগৰ দ্বাৰা আপ্লুত আৰু অনুপ্ৰাণিত বুলি ক'লে সৰহ কোৱা নহয়। আদৰ্শৰ প্ৰকৃত স্বৰূপ বুজিব নোৱাৰিলে সি আদৰ্শ হৈ নাথাকে। সি হৈ পৰে হুজুগ। ইংৰাজীত ইয়াকেই "ফেড্" বোলে।

এইখিনিতে এনে ধৰণৰ মানুহৰ দুই-এটা উদাহৰণ দিব খুজিছোঁ। এদিন এজন চুট-টাই পিন্ধা মানুহ আহিল। হাতত এটা চিগাৰেটৰ টিন। এখন ডাঙৰ গাড়ীৰপৰা অকস্মাৎ মানুহজন অৱতীৰ্ণ হ'ল। অৱতীৰ্ণ হৈয়েই ক'লেঃ "আপোনাক পাকিস্তানৰ বিষয়ে কিছু জ্ঞান

দিব খুজিছোঁ। সময় হ'ব নে?" এইবুলি কৈ মানুহজনে একে লেখাৰিয়ে প্ৰায় ডুঘণ্টা কাল পাকিস্তানৰ বিষয়ে কৈ গ'ল। মোৰ জ্ঞানৰ পৰিসৰ লেশমানো নাবাঢ়িল। মোৰো সময় নষ্ট হ'ল, মানুহজনৰো সময় নষ্ট হ'ল। এইখিনিতে কথা এবাৰ মনত পৰিছে। তাহানি অসমলৈ যাওঁতে আচাৰ্য্য কৃপালনীক প্ৰায় ডুঘণ্টা কাল দেশৰ সমস্যাৰ বিষয়ে মানুহ এজনে কৈছিল। কোৱাৰ অন্তত মানুহজনে কৃপালনীক ক'লে: "আপোনাৰ সময় নষ্ট কৰিলোঁ নেকি?" উত্তৰত কৃপালনীয়ে কৈছিল: "নাই কৰা। আপোনাৰ নিজৰ হে সময় নষ্ট কৰিলে।" এই একেষাৰ কথাকে পাকিস্তানৰ বিষয়ে মোক জ্ঞান দিয়া মানুহজনকো ক'বলৈ মন গৈছিল। ক'বলৈ অৱশ্যে নহ'ল।

আৰু এদিন এজন আহিল। আহিয়েই মোক ক'লে: "আপোনাক অসমৰ বিষয়ে অলপ জ্ঞান দিব খুজিছোঁ।" সন্ন্যাসী মানুহ। সন্ন্যাসী মানুহজনৰ মুখত অসমীয়া ভাষা শুনি ভাল লাগিছিল। সন্ন্যাসীক সেৱা এটা জনাই কলোঁ: "বাবা, আপুনি অসমৰপৰা আঁতৰি থকা কিমান দিন হ'ল?" তাৰ উত্তৰত সন্ন্যাসীয়ে ক'লে: "আজি বাইশ বছৰ হৈছে।" মনতে মোৰ ভাব হ'ল, বাইশ বছৰ কাল অসমৰ সৈতে কোনো সম্বন্ধ নথকা মানুহ এজনে অসমৰ সমস্যাৰ বিষয়ে কি ক'ব? অসমৰপৰা পৰহি হে আহিলোঁ। সন্ন্যাসীৰ ইও এটা "ফেড্"।

আৰু এদিনৰ কথা। এজন আহিল,—হাতত বহুতো ছপা কাগজ-পত্ৰ লৈ। এইজন মানুহ সমগ্ৰ ভাৰতবৰ্ষৰ কাৰণে নতুন ভাষা এটাৰ সৃষ্টি কৰি প্ৰৱৰ্ত্তন কৰা স্বপ্নত মগ্ন। এই ভাষাটো কেনেকৈ হ'ব? মানুহজনৰ মতে, আমাৰ প্ৰত্যেকটো স্থানীয় ভাষাৰ শব্দ-ভঁৰালৰপৰা বাছি বাছি শব্দ আহৰণ কৰি এটা নতুন ভাষাৰ সৃষ্টি কৰিব লাগিব। সেইটো ভাষাই হ'ব সমগ্ৰ ভাৰতৰ ভাষা। এইবুলি কৈ মানুহজনে ধৈৰ্য্য হেৰাই যোৱাকৈ এটা দীঘলীয়া বক্তৃতা জুৰিলে। মই কলোঁ: "কেৱল শব্দৰ সমষ্টিৰে ভাষা নহয়। ভাষা এটাই



গঢ় ল'বলৈ হ'লে ব্যাকৰণৰ প্ৰয়োজনৰ কথা অস্বীকাৰ কৰিব নোৱাৰি। এই নতুন ভাষাটোৰ ব্যাকৰণ কি হ'ব, আপুনি চিন্তা কৰিছে নে?" কথাষাৰ ক'বলৈ হে পালোঁ। মানুহজন খঙত একো নাই হৈ মোক ক'বলৈ ধৰিলে: "আপোনাক জনা-বুজা মানুহ বুলি ভাবিছিলোঁ। আপুনিও একো নাজানে।"

কথাষাৰ শুনি মানুহজনৰ আকৌ খং তোলাৰ মানসেৰে কলোঁ: "আপুনি যিটো নতুন ভাষাৰ সৃষ্টি কৰিব খুজিছে, সেইটো ভাষাই আনবোৰ ভাষাৰ প্ৰচলন বন্ধ নকৰি যদি আমাৰ প্ৰচলিত এশ এবুৰি ভাষাৰ তালিকাত নতুন এটা ভাষা যোগ দিব লগা হয়, তেতিয়া হ'লে আপোনাৰ দেখোন সকলো শ্ৰম পণ্ড হৈ যোৱাৰ আশঙ্কা।" এইবাৰ মানুহজনৰ খং বতাহ পাই মেজিৰ জুই বঢ়াৰ দৰে বাঢ়িল। এক-মুহূৰ্ত্তৰ কাৰণেও মানুহজনে অপেক্ষা নকৰিলে। খঙত একো নাই হৈ ঘৰৰপৰা ওলাই গ'ল।

তাহানি এই একেষাৰ কথাকে লোকপ্ৰিয় বৰদলৈৰ আগত কৈছিলোঁ। কোনোবা এটা বছৰৰ মাঘবিহুৰ উৰুকা। তেখেতৰ ঘৰৰ পাছ-চোতালৰ জুইৰ কাষত বহি আমি কথা পাতি আছিলোঁ। তেতিয়াও দেশ স্বাধীন হোৱা নাই। তেতিয়া মই অৱশ্যে কংগ্ৰেছত। বৰদলৈ ডাঙৰীয়াই কৈছিল: "হিন্দুসমাজত প্ৰচলিত জাতি-বৰ্ণৰ বৈষম্য আমাৰ কংগ্ৰেছেই দূৰীভূত কৰিব। কেনেকৈ? ব্ৰাহ্মণ কংগ্ৰেছীৰ ছোৱালী কলিতা কংগ্ৰেছী ল'ৰাই বিয়া কৰাব। সেইদৰে বামুণ কংগ্ৰেছী ল'ৰাই কলিতা কংগ্ৰেছী ছোৱালী বিয়া কৰাব। এনেদৰেই ক্ৰমাত কংগ্ৰেছৰ ভিতৰত জাতি-বৰ্ণৰ বিভেদ নিৰ্ম্মূল হ'ব।" কথাষাৰৰ প্ৰত্যুত্তৰ স্বৰূপে মই কৈছিলোঁ: "হিন্দুৰ বৰ্ণ বিভাগৰ মাজত যদি এনেদৰেই নতুন এটা বৰ্ণ বিভাগৰ উদ্ভৱ হয়, তেতিয়া আপুনি কি কৰিব?" কথাষাৰ শুনি লোকপ্ৰিয় বৰদলৈৰ খং উঠা নাছিল। মানুহজনে মাথোন মিচিকিয়াই হাঁহিছিল। উৰুকা-নিশাৰ জুইৰ পোহৰ পৰি সেই হাঁহি অধিক উজ্জ্বল হৈ পৰিছিল। এই

উজ্জ্বলতাৰ জিলিঙনি আজিও মোৰ মনৰ মাজুলীত জুইৰ পোহৰ হৈ আছে।

কেতিয়াবা ঘৰলৈ অহা অভ্যাগতৰপৰা বহুতো নতুন কথা শিকিব পাৰি। কিতাপ পঢ়ি যেনেকৈ নতুন কথা শিকিব পাৰি, তেনেকৈ মানুহৰ সৈতে আলোচনা কৰিও সময়ে সময়ে বহুতো নতুন কথা শিকিব পাৰি। আলোচনা যেতিয়া আনৰ দোষ খোচৰাত কেন্দ্ৰীভূত হয়, তেতিয়া নতুন কথা শিকা দূৰৰ কথা, মনটোও কলুষিত হৈ পৰে। এই কাৰণেই সম্ভৱতঃ মাধৱদেৱে "নামঘোষাত" কৈছিল ঃ

"অধমে কেৱল দোষ
লৱয় মধ্যমে গুণ
দোষ লৱে কৰিয়া বিচাৰ।
উত্তম কেৱলে গুণ
লৱয় উত্তমোত্তমে
অল্প গুণ কৰয় বিস্তাৰ॥"

এইবাৰ কথাকে স্মৰণ কৰি তাহানি বৰ্ত্তমান যুগৰ ঋষি বিনোৱা ভাৱেই কৈছিল ঃ "যিটো ধৰ্ম্ম-দৰ্শনে 'অল্পগুণ' বিস্তাৰ কৰি ল'বলৈ শিকায়, তাতোকৈ ডাঙৰ ধৰ্ম্ম-দৰ্শন পৃথিৱীত আৰু দ্বিতীয় নাই।" এই কালৰপৰা আমাৰ মাধৱদেৱ মহৎ। শঙ্কৰদেৱো মহৎ।

আমাৰ ঘৰলৈ প্ৰায়েই এজন ভূতপূৰ্ব্ব কেন্দ্ৰীয় মন্ত্ৰী আহে। কেতিয়াবা বাতিপুৱা আহে, কেতিয়াবা সন্ধিয়া আহে। অনুবাদ সাহিত্যৰ বিষয়ে আলোচনা হওঁতে মানুহজনে এদিন কৈছিল ঃ "আমাৰ দেশত ভাল অনুবাদকৰ অভাৱ। ভাল অনুবাদক হ'বলৈ হ'লে যিটো ভাষাৰপৰা অনুবাদ কৰা হয়, সেইটো ভাষাৰ জ্ঞান বা ব্যুৎপত্তি পূৰঠ হোৱাৰ দৰে যিটো ভাষালৈ অনুবাদ কৰা হয়, সেইটো ভাষাৰ বিষয়েও জ্ঞান বা ব্যুৎপত্তি পূৰঠ হোৱা উচিত।" 'সাহিত্য আৰু সাহিত্য' বোলা পুথিখনৰ প্ৰবন্ধ এটাত এই বিষয়ে বহলাই কৈছোঁ। উদাহৰণ স্বৰূপে জাৰ্ম্মান ভাষাত ৰচিত "ল'ৰেলি" বোলা



কৱিতাটোৰ ইংৰাজীত প্ৰকাশ পোৱা ভাঙনি তুটালৈ আঙুলিয়াব পাৰি। কিছুমানে ইংৰাজী ভাষাৰপৰা পইচাৰ লোভত অসমীয়া ভাষালৈ অনুবাদ কৰে। অসমীয়া ভাষাৰ বিষয়ে যথোচিত ব্যুৎপত্তিৰ অভাৱ হোৱা হেতুকে ভাষাটোৱে কি বিকৃত ৰূপ লয়, এই বিষয়ে নক'লেও হ'ব।

অসমীয়া ভাষাৰ বিকৃত ৰূপৰ উদাহৰণ এটা এইখিনিতে মনত পৰিছে। আজি কেবাবছৰৰ আগতে গুৱাহাটীৰ বাটে বাটে গৈ আছোঁ। কাৰোবাৰ ঘৰত ৰেডিঅ' বাজিছে। ৰেডিঅ'ত কোনোবা এজন আমাৰ পণ্ডিত ব্যক্তিয়ে গৰিলাৰ বিষয়ে বক্তৃতা দিছে। মোৰ কাণত পৰা বাক্যটো কি জানে নে? বাক্যটো হৈছে ঃ "এজন পুৰুষ-গৰিলা দণ্ডায়মান অৱস্থাত চাৰে ছয় ফুট।" এইটো বাক্য নিশ্চয় ইংৰাজীৰপৰা অসমীয়ালৈ অনুবাদ কৰা। মতা-গৰিলা ওখই চাৰে ছফুট বোলা হ'লে গৰিলাৰ প্ৰতি অসন্মান কৰা হ'লহেঁতেন নেকি? এজন বন্ধুৱে এই প্ৰসঙ্গত ভাল কথা একেষাৰ ক'লে ঃ "গৰিলাটোক এজন বোলা হৈছে যেতিয়া পিছৰ বাক্যকেইটাও সন্মানসূচক হ'ব লাগিব। যেনে ঃ "এখেত তৃণভোজী, এখেত বৃক্ষ-আৰোহী।" বন্ধুজনে ঠিকেই কৈছিল, নহ'লে অসমীয়া ভাষাটোৱে আৰু বিকৃত ৰূপ লোৱাৰ ভয়।

আন এদিন এই ভূতপূৰ্ব্ব মন্ত্ৰীজনাৰ সৈতে আমাৰ দেশত কিতাপ বিক্ৰীৰ বিষয়ে আলোচনা হৈছিল। আমাৰ দেশত কিতাপ বিক্ৰীৰ সংখ্যা কম। সঁচা কথা, আখৰী মানুহৰ সংখ্যা বাঢ়িছে। সেই অনুপাতে পঢ়ুৱৈৰ সংখ্যা বঢ়া নাই। মস্কো চহৰত কেনেকৈ যাত্ৰীৰ কাৰণে বাট চাই থকা টেক্সিচালকসকলেও কিতাপ পঢ়াত মগ্ন হৈ থাকে, সেই বিষয়ে "ৰঙা কৰবীৰ ফুল" বোলা ভ্ৰমণ-কাহিনীখনত উল্লেখ কৰিছোঁ।

ভূতপূৰ্ব্ব মন্ত্ৰীজনাৰ মতে আমাৰ দেশখন দুখীয়া হোৱা হেতুকে প্ৰত্যেক ব্যক্তিয়েই কিতাপ কিনি পঢ়াটো সম্ভৱপৰ নহয়। অৱশ্যে

আমাৰ দেশতো এনে পৰিয়াল আছে, যি পৰিয়ালত মাহেপ্ৰতি খোৱা-পিন্ধাৰ কাৰণে যি খৰচ কৰা হয়, সেই খৰচৰ তালিকাত মাহে কিতাপ কিনাৰ খৰচো ধাৰ্য্য কৰা হয়। অসমত এনে পৰিয়াল কিমান আছে নাজানো। ভাৰতৰ আন ঠাইত এনে পৰিয়াল থকাৰ কথা জানো। দেশখন দুখীয়া হোৱা হেতুকে কিতাপৰ প্ৰচাৰ আৰু বিক্ৰী বঢ়াবৰ মানসেৰে এটা কাম কৰিব পাৰি। সেইটো হৈছে, আমাৰ দেশত গাঁৱে-ভূঁঞে যাতে পুথি-ভঁৰাল স্থাপিত হয়, তাৰ কাৰণে বিৰাট এক পুথি-ভঁৰাল অভিযান সাৰ্থক কৰি তোলাটো উচিত। আমাৰ গাঁৱে গাঁৱে যেতিয়া পুথি-ভঁৰাল স্থাপিত হ'ব, তেতিয়া কিতাপ বিক্ৰীৰ সংখ্যা বঢ়াৰ লগে লগে আমাৰ ৰাইজেও পঢ়াৰ সোৱাদ পাব। এই ক্ষেত্ৰত ডাঙৰ চহৰ নাইবা সৰু চহৰ বা গাঁৱৰ কথা নাহে। গুৱাহাটী এখন ডাঙৰ চহৰ, শিৱসাগৰ এখন সৰু চহৰ। অসমীয়া কিতাপ-আলোচনীৰ প্ৰচলন শিৱসাগৰত যেনেকৈ অধিক, তেনেকৈ গুৱাহাটীত জানো অধিক ?

পুথি-ভঁৰালৰপৰা আৰু এটা অভ্যাস পুৰঠ হৈ উঠাটো সম্ভৱ। সেইটো হৈছে, পুথি-ভঁৰালৰপৰা কিতাপ আনি পঢ়োঁতে পঢ়োঁতে ভাগ্যৱান পঢ়ুৱৈৰ ক্ষেত্ৰত নিজে কিতাপ কিনি পঢ়া অভ্যাস উদয় হোৱা সম্ভৱ। অযথা বিদ্যাৰ প্ৰদৰ্শন কৰাৰ উদ্দেশ্যৰে নহয়, জ্ঞান টনকিয়াল কৰাৰ উদ্দেশ্যৰে হে কিতাপ অধ্যয়ন কৰিব লাগে। এনে অধ্যয়নে হে মানসিক পৰিপুষ্টি সাধন কৰি মানুহ একোজনক শক্তিশালী কৰাটো সম্ভৱ। মানুহ এজন প্ৰকৃততে শক্তিশালী হ'বলৈ হ'লে কেৱল দৈহিক শক্তিৰে উৎকৰ্ষ সাধন নহয়, মানসিক শক্তিৰো উৎকৰ্ষ সাধন কৰা উচিত।

ভালে আছোঁ। চিঠি দীঘলীয়া হোৱাৰ কাৰণে বেয়া নাপাব। এইটো বিষয়-বস্তুৰ বিষয়ে লেখিবলগীয়া বহুতো কথা আছিল। আজি বাৰ বছৰে দিল্লীত কিমান যে বাৰ-বৰণীয়া মানুহ লগ পাইছোঁ, সেই প্ৰত্যেকৰে কথা লেখিবলৈ হ'লে বিৰাট এখন কিতাপ হ'ব। কেতিয়াবা আজৰি পালে "মই লগ পোৱা মানুহবোৰ" নাম দি এখন কিতাপ



লেখিম। এইটো অৱশ্যে কেতিয়া সম্ভৱপৰ হ'ব, ক'ব নোৱাৰোঁ। ৰাজনীতিত থাকি এনে এখন কিতাপ লেখাটো টান। সময়ৰ নাটনিৰ উপৰিও এনে এখন কিতাপ লেখিব নোৱৰাৰ ৰাজনৈতিক জীৱনো এটা মুখ্য কাৰণ।

আশাকৰোঁ ভালে আছে। প্ৰীতি-সম্ভাষণ জানিব। ইতি—

নতুন দিল্লী ঃ
২১ জুলাই ঃ ১৯৬৮

আপোনাৰ

মৰমৰ মহন্ত,

আপোনাৰ কাকতৰ স্বাধীনতা সংখ্যাৰ কাৰণে এটা প্ৰবন্ধ লাগে? প্ৰবন্ধ লেখিবলৈ যি প্ৰতিভাৰ প্ৰয়োজন, সেই প্ৰতিভা মোৰ নাই। গতিকে এই চিঠিখনকে লেখিলোঁ। চিঠি লেখিবলৈ সহজ। কৈ যাওঁ, আমাৰ এওঁ লেখি যায়।

আজি এই স্বাধীনতা দিৱসৰ আগ-মুহূৰ্ত্তত স্মৃতি মোৰ ভাবাক্ৰান্ত হৈ পৰিছে। মনৰ দিগন্তত বহুবোৰ পুৰণি কথা হেঙুল-হাইতাল বোলেৰে জ্যোতিষ্মান হৈ উঠিছে। তাহানি বিয়াল্লিশ চনৰ গণবিপ্লৱত যোগ দিয়াৰ পৰিণতি স্বৰূপে জেলত থকাৰ অভিজ্ঞতা, জেলৰ চাৰিবেৰৰ মাজত লগ পোৱা আমাৰ সতীৰ্থসকলৰ কথা, সেই সকলোবোৰ এটা এটাকৈ মনত পৰি মনটো স্মৃতিৰঞ্জিত হৈ পৰিছে। জেল-জীৱনৰ সৰু সৰু কিছুমান ঘটনা এতিয়াও মনত আছে। মানুহৰ অন্তৰৰ কথা, জীৱনৰ কথা। তাহানি জীৱন-চৰিত ৰচনাৰ টেক্নিকৰ বিষয়ে পঢ়া কথা এযাৰ মোৰ মনত পৰিছে। ডাঙৰ ডাঙৰ কথাতকৈ সৰু সৰু কথাই মানুহ একোজনৰ ব্যক্তিত্বৰ পৰিচয় সমুচিতভাৱে দিয়ে যে সেই বিষয়ে সন্দেহ নাই। জেলত থকা কালছোৱাত কি কি কিতাপ পঢ়িছিলোঁ, সেইযাৰ কথাও মনত পৰিছে। ভালেই নে বেয়াই ক'ব নোৱাৰোঁ, মোৰ এটা অভ্যাস আছে: পঢ়া কিতাপৰ লাগতিয়াল কথাবোৰ বহী



একোখনত টুকি থওঁ। এনেদৰে টুকি থোৱা বস্তুৰে ঠাহ খাই থকা বহী কেইবাখনো আছে। স্মৃতিক পুনৰ্জ্জীৱিত কৰিবলৈ এইবোৰ বৰ লাগতিয়াল বস্তু। শিক্ষকতাৰ কাম কৰোঁতে কোনো কোনো ছাত্ৰক এইযাৰ কথাকে কৈছিলোঁ: "পঢ়া কথাবোৰ টুকি থ'বা। আনকি পাৰিলে আনৰপৰা শুনা কথাবোৰো টুকি থ'বা।" এতিয়া দেখিছোঁ ছাত্ৰাৱস্থাত আমাৰ সাহিত্যৰথী বেজবৰুৱায়ো এইটো কাম কৰিছিল। এই বিষয়ে বেজবৰুৱাৰ বিষয়ে লেখা মোৰ ইংৰাজী কিতাপখনত উল্লেখ আছে। কলেজৰ দ্বিতীয় বাৰ্ষিক শ্ৰেণীত পঢ়োঁতে এখন নিৰ্ব্বাক ছবি চাইছিলোঁ, ছবিখনৰ নায়ক আছিল ডগলাচ্ ফেয়াৰ বেংক্স্। ছবিখনৰ পৰ্দ্দাত লেখি দিয়া শেষ বাক্য এটা এতিয়াও মোৰ মনত আছে। বাক্যটো একেবাৰে মনৰপৰা দিছোঁ: "Friendship is born of God. It persists in life and even beyond." কোনো কোনোৱে হয়তো ক'ব, কথা মনত ৰাখিবলৈ স্মৃতিশক্তি প্ৰখৰ হোৱাটো প্ৰয়োজন। ইচ্ছা কৰিলে যেই কোনো মানুহে স্মৃতিশক্তি প্ৰখৰ কৰিব পাৰে। এইটো একো টান কাম নহয়।

আমি স্বাধীন হৈছোহঁক, সঁচা কথা। সেইবুলি স্বাধীনতাৰ সোৱাদ জানো আমাৰ সৰ্ব্বসাধাৰণ ৰাইজে পাইছে? গান্ধীজীয়ে স্বাধীনতা বিচাৰিছিল সৰ্ব্বসাধাৰণ ৰাইজৰ কাৰণে। গান্ধীজীৰ স্বপ্ন জানো ভাঙি-ছিঙি থান্বান্ হৈ মাটিৰ ধূলিৰ লগত মিহলি হৈ যোৱা নাই? এই স্বাধীনতাৰ অৰ্থে গাঁৱৰ গাভৰু কনকলতাই পুলিচৰ গুলী বুকুপাতি লৈছিল। গাঁৱৰ ল'ৰা মুকুন্দ কাকতীয়েও লৈছিল। বলোৰাম সুতেও লৈছিল। কুশল কোঁৱৰে হাঁহিমুখে ডিঙিত ফাঁচিৰ ডোল পিন্ধিছিল। কমলা মিৰিয়ে অকাতৰে জীৱন উচৰ্গা কৰিছিল। এইবোৰ আছিল সাধাৰণ মানুহৰ ঘৰৰ ডেকা-গাভৰু। এটা কথা সঁচা—সাধাৰণ মানুহে হে অসাধাৰণ কাম কৰিব পাৰে। আজি এইসকলে যি স্বৰাজ বিচাৰিছিল, সেই স্বৰাজ আমি পাইছোহঁক জানো? সৰ্ব্বসাধাৰণ ৰাইজ আজিও সেই একে দুখ-দাৰিদ্ৰ্যৰ গহ্বৰত। ৰাইজৰ দুখ-কষ্ট নিজে দেখা বস্তু।

স্বাধীন ভাৰতৰ ৰজাঘৰক ৰাজইৰ তুখ-কষ্টৰ পিনে চকু নিদিয়াৰ কাৰণে আমি সমালোচনা কৰোঁ। এনে সমালোচনাত ব্যক্তিগত স্বাৰ্থৰ কথা নাহে। কেতিয়াবা আচৰিত হৈ যাওঁ, আমাৰ বহুতেই চৰকাৰক বা ৰজাঘৰক সমালোচনা কৰে ব্যক্তিগত কাৰণৰ বশৱৰ্ত্তী হৈ। তাহানি এনে এজন আমাৰ লব্ধপ্ৰতিষ্ঠ মানুহক লগ পাইছিলোঁ। সময়ৰ দাঁতে কামুৰি ইতিমধ্যে মানুহজনৰ চিতাভস্ম ৰচনা কৰিছে। মানুহজনৰ নাম ক'ব খোজা নাই।

তেতিয়া আমাৰ দেশ স্বাধীন হৈছিল। এই স্বাধীনতালৈ কিন্তু মানুহজনৰ লেশমানো বৰঙণি নাই। যেতিয়াই য'তে লগ নাপাওঁ লাগিলে, মানুহজনে মাথোন স্বাধীন ৰজাঘৰক নানান কটু ভাষাত আক্ৰমণ কৰে, ব্যক্তিগতভাৱে মন্ত্ৰীসকলৰ শৰাধ কৰে। বহুদিনৰ মূৰত মানুহজনক অকস্মাৎ আকৌ লগ পালোঁ। সেইবাৰ স্বাধীন চৰকাৰৰ প্ৰশংসাত মানুহজন পঞ্চমুখ, আনকি সেই সময়ৰ অসমৰ মুখ্যমন্ত্ৰীজনাক 'বৰ্ত্তমান যুগৰ ভাস্কৰ' বুলি শলাগ জনাবলৈকো মানুহজনে পাহৰা নাছিল। মোৰ মনত ভাব হ'ল—মানুহজনৰ আজি কি হ'ল? ইমান ডাঙৰ সমালোচক এজন অকস্মাৎ এনেকৈ কেনেকৈ এজন ডাঙৰ সমৰ্থক হৈ পৰিল? কথাযাৰৰ আচল মৰ্ম্মবস্তুটো তেতিয়াই মোৰ মনত স্পষ্ট হৈ পৰিল। মানুহজনক কলোঁ: "অৱসৰপ্ৰাপ্ত বিষয়া যদিও স্বাধীন চৰকাৰে আপোনাক এটা শকত দৰমহাৰ চাকৰি দিছে। সেইদৰে আপোনাৰ ল'ৰাহঁতকো চাকৰি দিছে। গতিকে আজি আপুনি ডাঙৰ সমৰ্থক হৈ পৰিছে। আমাৰ কিন্তু জোখকাঠী সেইডাল নহয়। যি চৰকাৰে সৰ্ব্বসাধাৰণ ৰাইজৰ কল্যাণ সাধন কৰিব নোৱাৰে, সেই চৰকাৰক আমি সদায়েই সমালোচনা কৰিম। ব্যক্তিগতভাৱে মোৰ কিবা ভাল কৰিলে নে নাই কৰা, সেইযাৰ কথা বিচাৰৰ জোখকাঠী হ'ব নোৱাৰে।"

আমাৰ দেশত এইটো অৱস্থা হ'বলৈ পাইছে কেনেকৈ? দেশ ৰাজনৈতিকভাৱে হে স্বাধীন হৈছে। দেশ স্বাধীন হোৱাৰ পিছত সামাজিক ক্ষেত্ৰত গতি-চঞ্চলতাৰ সৃষ্টি কৰাৰ মানসেৰে কোনো



কাৰ্য্যপন্থাকে গ্ৰহণ কৰা নহ'ল। দেশ স্বাধীন হোৱাৰ লগে লগে এচাম সুবিধাবাদী মানুহে নিজৰ ব্যক্তিগত স্বাৰ্থপূৰণৰ কাৰণে উঠি-পৰি লাগিল। ইয়াৰ সৰহভাগৰে স্বাধীনতা ৰণলৈ কোনো বৰঙণি নাই। "পলাতক অৱস্থাত শঙ্কৰ বৰুৱাই আমাৰ ঘৰত এদিন ভাত খাই গৈছিল" —দেশৰ স্বাধীনতা বুৰঞ্জীলৈ সেইটো সেই গৃহস্থজনৰ সৰ্ব্বশ্ৰেষ্ঠ বৰঙণি। এনেবোৰ কথা কৈ গৰ্ব্ব কৰা বহুতো সুবিধাবাদী মানুহ ইতিমধ্যে লগ পাইছোঁ। বৰ আচৰিত, শঙ্কৰ বৰুৱাক এসাজ ভাত খুৱালে বাবেই মানুহজনক সুবিধা লাগে। কাৰণ দেশৰ স্বাধীনতাৰ অৰ্থে এইটো তেওঁৰ এটা বাছকবনীয়া বৰঙণি।

উনৈশ শ সাতচল্লিশ চনৰ পোন্ধৰ আগষ্টৰ দিনা আমাৰ দেশ স্বাধীন হয়। তাৰ ঠিক পৰৱৰ্ত্তী কালছোৱাৰ বুৰঞ্জী বৰ চমকপ্ৰদ। একেনিশাৰ ভিতৰতে কিমানবোৰ পুঁজিপতি, উদ্যোগপতিৰ ল'ৰাই মিহি সূতাৰ খদ্দৰৰ ধুতী-পঞ্জাবী আৰু গান্ধীটুপী পিন্ধি দেশ-প্ৰেমিক হৈ পৰিল, ভাবিলে আচৰিত লাগে। সেই একেদৰে তেওঁলোকৰ দেউতাকহঁতেও মোট সলাই দেশ-প্ৰেমিক হৈ পৰিল। এই তুইটাৰ ভিতৰত ব্যক্তিগত স্বাৰ্থৰ পিনৰপৰা উদ্দেশ্যৰ পাৰ্থক্য আছে। শিল্পপতি, উদ্যোগপতিসকলে মোট সলালে নিজৰ উদ্যোগ-সাম্ৰাজ্য বিস্তাৰ কৰাৰ মানসেৰে। তেওঁলোকৰ সন্তানসকলে মোট সলালে কোনোবা বিদেশলৈ ভাৰতৰ ৰাষ্ট্ৰদূত হৈ যোৱাৰ মানসেৰে। ইপিনে দেশৰ দৰিদ্ৰ জনসাধাৰণৰ অৱস্থা একেই থাকিল। সেইসকলৰ অৱস্থা উন্নত হোৱা দূৰৰ কথা, স্বাধীনতাৰ পৰিপ্ৰেক্ষিতত দিনক দিনে নিশকতীয়া হে হ'বলৈ ধৰিলে।

ব্যক্তিগত স্বাৰ্থ বঢ়াৰ লগে লগে দেশত আজি তুৰ্নীতি ঘনকৈ শিপাইছে। প্ৰত্যেককে মাথোন স্থাৱৰ, অস্থাৱৰ সম্পত্তিকে লাগে। ইয়াৰ কাৰণ হৈছে মানুহৰ আশা-আকাঙ্ক্ষা দিনক দিনে বৃদ্ধি পাইছে। বৃহৎ ঘৰ, মটৰগাড়ী আদিৰ প্ৰয়োজন হৈছে। গতিকে নিজৰ উপাৰ্জ্জন শক্তিয়ে ঢুকি নোপোৱা দাবী পূৰণৰ অৰ্থে অসৎ উপায় অৱলম্বন কৰিব লগা হৈছে। আমাৰ দৰ্শন-সংস্কৃতিয়ে সৰল-সহজ জীপন যাপন

কৰাৰ ওপৰত যি গুৰুত্ব আৰোপ কৰিছিল, সেই গুৰুত্বৰ বিশেষ মূল্য আছে; সেইষাৰ কথা স্বাধীনতাৰ পৰিপ্ৰেক্ষিতত অধিকতৰ স্পষ্ট হৈ পৰিছে।

আমাৰ দেশখন গণতান্ত্ৰিক দেশ। গণতন্ত্ৰৰ অৰ্থ অসামাজিক প্ৰবৃত্তি আৰু কাৰ্য্যসমূহৰ উদগনি নহয়। দুৰ্ভাগ্যবশতঃ আমাৰ দেশত আজি সেইটোৱেই হৈছে। ধন উপাৰ্জ্জন কৰা সকলোৰে গণতান্ত্ৰিক অধিকাৰ আছে। সেইবুলি আনক মাৰি অসৎ উপায়েৰে ধন উপাৰ্জ্জন কৰাৰ নৈতিক অধিকাৰ কাৰো নাই। এইদৰে অসৎ উপায়েৰে বা দুৰ্নীতিৰ আশ্ৰয় লৈ উপাৰ্জ্জন কৰা ধনে খন্তেকীয়া সুখ-সম্ভোগ দিব পাৰে। খন্তেকীয়া সুখ-সম্ভোগৰ বেদীত আত্মাক জলাঞ্জলি দিয়াটো ডাঙৰ ভুল।

সমাজৰপৰা দুৰ্নীতি নিৰ্ম্মূল কৰা যায় কেনেকৈ? সঁচা কথা, দুৰ্নীতি নিৰ্ম্মূল কৰিবলৈ হ'লে চৰকাৰে কঠোৰ ব্যৱস্থা ল'ব লাগিব। দেশ স্বাধীন হোৱাৰ পূৰ্ব্বে আমাৰ ৰাষ্ট্ৰীয় নেতা নেহৰুৱে বহুতো ৰাজহুৱা বক্তৃতাত কৈছিল: "দেশ স্বাধীন হ'লে দুৰ্নীতিপৰায়ণ ব্যক্তিক আলিৰ দাঁতিৰ নিকটৱৰ্ত্তী লেম্প-প'ষ্টটোত ফাঁচি দিম।" ফাঁচি দিয়া দূৰৰ কথা, নেহৰুৰ আমোলত আমাৰ দেশত দুৰ্নীতি বহুগুণে বৃদ্ধি পায়। আমাৰ দেশত যে দুৰ্নীতি আছে, সেইষাৰ কথা পোনতে নেহৰুৱে আনকি স্বীকাৰ কৰিবলৈকে টান পাইছিল। এই বিষয়ে সদনৰ মজিয়াত বহুতো বাক-বিতণ্ডা হৈ গৈছে। অৱশেষত দেশত দুৰ্নীতি থকাটো যেতিয়া প্ৰমাণিত হৈ গ'ল, তেতিয়া মানুহজনে জানো কিবা উপযুক্ত ব্যৱস্থা ল'লে? সেই কাৰণেই ক'ব খুজিছোঁ, আমাৰ দেশখন গণতান্ত্ৰিক দেশ হ'লেও কেৱল দুৰ্নীতিৰ ক্ষেত্ৰতে নহয় আৰু বহুতো কথাত চৰকাৰে কঠোৰ ব্যৱস্থা অৱলম্বন কৰিব লাগিব। নহ'লে আজিৰ এই ভাঙোনমুখী দেশখনক বিপদৰপৰা ৰক্ষা কৰাটো অসম্ভৱ হৈ পৰিব। এই ক্ষেত্ৰত কেৱল চৰকাৰৰ হে দায়িত্ব আছে এনে নহয়। দেশখন কেৱল ৰজাঘৰৰে নহয়, সমূহ জনসাধাৰণৰ। সেই কাৰণেই ক'ব খুজিছোঁ—এই



ক্ষেত্ৰত জনসাধাৰণেও কঠোৰতা অৱলম্বন কৰিব লাগিব। প্ৰত্যেক ব্যক্তিয়েই সংকল্প গ্ৰহণ কৰিব লাগিব—যিমানেই সা-সুবিধা নাপাওঁ লাগিলে এটা লেতেৰা পইচাও হাতেৰে মই স্পৰ্শ নকৰোঁ। সকলো ক্ষেত্ৰতে আত্ম-সংযমৰ বিশেষ প্ৰয়োজন। এইষাৰ কথাকে যুগে যুগে আমাৰ সংস্কৃতি-দৰ্শনে শিকাই আহিছে। দ্বিতীয়তে, সমাজেও দুৰ্নীতি-পৰায়ণ ব্যক্তিক কোনো মূল্য নিদিব পৰা শক্তি আহৰণ কৰিব লাগিব। দুৰ্নীতিপৰায়ণ ধনী ব্যক্তিক সমাজে আজি কেনেদৰে মূল্য দিয়ে, সেই বিষয়ে বাস্তৱ অভিজ্ঞতাৰপৰা বহুতো কথা লেখিব পাৰোঁ। এই বিষয়ে সৰহীয়াকৈ লেখি চিঠি দীঘলীয়া কৰিব খোজা নাই। সেই কাৰণেই দুৰ্নীতিৰ কথা ইমানতে সামৰিলোঁ।

সঁচা কথা, আমাৰ দেশখন নানা জাতিপুঞ্জ আৰু সম্প্ৰদায়ৰ মিলনভূমি। এইখন দেশত ভাষাৰ পিনৰপৰা, বৰ্ণগোষ্ঠীৰ পিনৰপৰা, ধৰ্ম্মৰ পিনৰপৰা তৰহে তৰহে মানুহ আছে। এইখন দেশ সকলো ভাৰতবাসীৰ। এই ঐতিহাসিক সত্যফাকি বিস্মৃত হোৱাৰ কাৰণেই সমাজত আজি নানা সংঘাতৰ উৎপত্তি হৈছে। এই সংঘাতসমূহে দিনক দিনে দেশখন দুৰ্ব্বল কৰিছে। হিন্দুৱে যদি ভাবে এইখন দেশ কেৱল হিন্দুৰ হে, মুছলমান বা আন ধৰ্ম্ম-সম্প্ৰদায়ৰ নহয়, তেতিয়া মাৰাত্মক ভুল কৰা হ'ব। হিন্দী ভাষাভাষী মানুহে যদি ভাবে যে এইখন দেশ কেৱল হিন্দী ভাষাভাষীৰ হে, আন ভাষাভাষীৰ নহয়, তেতিয়াও মাৰাত্মক ভুল কৰা হ'ব। আমাৰ দেশখন এখন নানাবুলীয়া জাতিপুঞ্জৰে বুটাতোলা দলিচা। এই বাস্তৱ সত্যফাকি উপলব্ধি কৰিব নোৱাৰাৰ কাৰণেই সমাজত আজি নানাবৰণীয়া আহুকালে দেখা দিছে।

আজি কিছুদিনৰ আগতে সদনত মুছলমান নেতা এজনে কৰা উক্তি এষাৰ কোনো কোনোৱে কঠোৰভাৱে সমালোচনা কৰিছিল। সেই উক্তিষাৰ হৈছে: "আমি মুছলমানে হিন্দুস্থানত আকৌ শাসন কৰিম।" কথাষাৰ মই গভীৰভাৱে ভাবি চাইছোঁ। এইষাৰ উক্তি দোষণীয় হ'ল কেনেকৈ? হিন্দুৱে যদি হিন্দুস্থানখন শাসন কৰিম বুলি

ক'ব পাৰে, তেতিয়াহ'লে মুছলমান এজনে সেই একেখাৰ কথা কোৱাত আপত্তি কি হ'ব পাৰে? হিন্দু যেনেকৈ এইখন দেশৰ অধিবাসী, মুছলমানো তেনেকৈ এইখন দেশৰ অধিবাসী। হিন্দু এজন যদি চৰকাৰী কলেজ এখনৰ অধ্যক্ষ নিযুক্ত হ'ব পাৰে, তেন্তে ভাৰতীয় মুছলমান বা খ্ৰীষ্টান এজন অধ্যক্ষ নিযুক্ত হোৱাত আপত্তি কৰিবলৈ কিটো আছে? আমাৰ দেশত সাম্প্ৰদায়িক সংঘাত হোৱাৰ ঘাই কাৰণ হৈছে অসুস্থ চিন্তাধাৰা। দেশ-প্ৰেমৰ ক্ষেত্ৰত স্বাস্থ্যকৰ প্ৰতিদ্বন্দ্বিতা হোৱাটো একো বেয়া কথা নহয়। অস্বাস্থ্যকৰ প্ৰতিদ্বন্দ্বিতা হে সকলো অথন্তৰৰ মূল।

এই কাৰণেই আজি জাতীয় ঐক্যসাধনৰ প্ৰশ্নটো সবাতোকৈ ডাঙৰ প্ৰশ্ন। কেৱল চৰকাৰৰ পিনৰপৰাই নহয়, ৰাইজৰ পিনৰপৰা এই প্ৰশ্নটোক কেন্দ্ৰ কৰি নানান সভা-সমিতি হৈছে। ব্যৱস্থা গ্ৰহণৰ কাৰণেও চেষ্টা চলিছে। এক প্ৰান্তৰৰ ৰিজনিত আন এক প্ৰান্তৰ যে অৰ্থনৈতিক ক্ষেত্ৰত অনুন্নত হৈ আছে, সেইষাৰ কথাও স্বীকৃত হৈছে। সুস্থভাৱে এই অৰ্থনৈতিক বৈষম্য দূৰীভূত কৰিব নোৱাৰিলে সংঘাতৰ শিপা উৰালিব নোৱাৰি। এই বিষয়ে ৰাষ্ট্ৰনায়কসকলৰ দৃষ্টিভঙ্গী সুদূৰ-প্ৰসাৰী হোৱা উচিত। আমাৰ দেশৰ সীমাৰেখা কলিকতাতে শেষ হোৱা নাই। কলিকতাৰ সিফালেও দেশখন বহুত দূৰলৈ বিস্তৃত হৈ আছে। এইষাৰ কথা তাহানি সদনৰ মজিয়াত কোৱা হৈছিল।

জাতীয় ঐক্যসাধনৰ অৰ্থে সবাতোকৈ প্ৰয়োজনীয় বস্তু হৈছে অনুভূতিৰ ঐক্যসাধন। হৰিয়ানা বা পঞ্জাবত যেতিয়া ঘেঁহু অপৰ্য্যাপ্ত পৰিমাণে হয় আৰু অসমৰ ৰাইজে যেতিয়া এমুঠী আটাৰ কাৰণে হাহাকাৰ কৰিবলগীয়া হয়, তেতিয়াই জাতীয় বা আনুভূতিক ঐক্যৰ বিষয়ে সন্দেহ ওপজে। অসম ভাৰতৰ এক অঙ্গ-বিশেষ; দেশত যেতিয়া খাদ্যবস্তু থাকে, তেতিয়া অসমৰ ৰাইজে খাবলৈ নোপোৱাকৈ থাকিব লাগে কেলৈ? এনেদৰেতো আনুভূতিক ঐক্যসাধন কৰিব নোৱাৰি। নাইবা কেৱল শ্লʼগানেও দেশখনৰ জাতীয় ভিত্তি প্ৰতিষ্ঠা কৰিব নোৱাৰে।



আজি ডেৰ শ বছৰৰ অন্তত পৰাধীনতাৰ শিকলি ছিঙি আমাৰ দেশখন স্বাধীন হৈছে। আন স্বাধীন দেশৰ দৰে আমাৰো এখন জাতীয় পতাকা আছে। এই জাতীয় পতাকাখন অৰ্জ্জন কৰাৰ উদ্দেশ্যৰে পৰাধীনতাৰ কালছোৱাত আমাৰ কিমান মানুহে বুকুৰ তেজ দিলে, তাৰ লেখ জানো কোনোবাই ৰাখিছে? ভাৰতীয়ৰ বহু কষ্ট আৰু সাধনাৰ ধন হৈছে এই জাতীয় পতাকাখন। এই জাতীয় পতাকাখনক শ্ৰদ্ধা জনাই, ইয়াৰ ৰক্ষাৰ্থে কিমান ভাৰতীয় সৈনিকে আজি সীমান্তৰ পাহাৰ-পৰ্ব্বত, অটব্য অৰণ্যানী, বৰফ আদিৰ সন্মুখীন হৈ জীৱন উচৰ্গা কৰিছে, তাৰ খবৰ জানো কোনোবাই ৰাখিছে? সেই কাৰণে এই জাতীয় পতাকাখনক যেতিয়া কোনোবাই অৱমাননা কৰা বুলি জানো, তেতিয়াই বেজাৰ পাওঁ। জাতীয় পতাকাৰ অৱমাননা কৰা মানে জাতিটোক অসন্মান কৰা। জাতিটোক অসন্মান কৰা মানে দেশখনক অসন্মান কৰা। দেশক অসন্মান কৰা ব্যক্তিৰ জীয়াই থকাৰ কোনো অধিকাৰ নাই। জাতীয় পতাকাখনকে যদি সন্মান কৰিবলৈ নিশিকিলোঁ, তেন্তে আমি শিকিলোঁ কি? প্ৰত্যেক পঢ়াশালিৰ প্ৰত্যেকটো কোঠাতে একোখনকৈ জাতীয় পতাকা থকা উচিত। সৰুৰেপৰা জাতীয় পতাকাখনক সন্মান কৰিবলৈ শিকা আমাৰ যুৱক-যুৱতীয়ে আগলৈকো এই পতাকাখনক সন্মান কৰিবলৈ শিকিব।

সঁচা কথা, চিন্তাৰ বৈচিত্ৰ্য হৈছে গণতন্ত্ৰৰ মূল সম্পদ। সেইবুলি চিন্তা যেতিয়া স্বাৰ্থপৰায়ণ বা এচলীয়া হয়, তেতিয়াই বিপদ। এইখিনিতে এটা উদাহৰণ দিব খুজিছোঁ। আমাৰ দেশত জনসংখ্যা বঢ়া হেতুকে বৰ্ত্তমান পৰিয়াল নিয়ন্ত্ৰণৰ প্ৰশ্ন আহিছে। এই আঁচনিক বিৰোধিতা কৰা এজনে এদিন ক'লে: "মোগল সম্ৰাট চাহজাহানৰ পত্নীয়ে চৈধ্যটা সন্তানৰ জন্ম দিছিল। শেষৰটো সন্তান জন্ম দিওঁতেই আকস্মিকভাৱে তেওঁৰ মৃত্যু ঘটিল। সেই কাৰণে শোকত অভিভূত হোৱা সম্ৰাটে সম্ৰাজ্ঞী মমতাজৰ স্মৃতিৰক্ষাৰ্থে তাজমহলৰ লেখীয়া অপূৰ্ব্ব কলাবস্তু এটা পৃথিৱীক দি যাবলৈ সক্ষম হ'ল। সেই যুগত পৰিয়াল পৰিকল্পনাৰ

ব্যৱস্থা প্ৰয়োগ হোৱা হ'লে, তাজমহল জানো আমি পালোহেঁতেন।" কথাষাৰ শুনি মোৰ হাঁহি উঠিছিল। তাজমহল আৰু মমতাজৰ চৈধ্যটা সন্তান—এই দুয়োটাৰ ভিতৰত সম্বন্ধ ক'ত? এনে চিন্তাত গণতান্ত্রিক স্বতন্ত্রতা আছে, সেইষাৰ কথাৰ প্ৰতিবাদ কৰিব নোখোজোঁ। সেইবুলি পৰিয়াল পৰিকল্পনা আঁচনি প্ৰতিৰোধ কৰাৰ সপক্ষে ই জানো সবল যুক্তি হ'ব পাৰে? সম্রাট চাহজাহানৰ দিনত জনসংখ্যা বৃদ্ধিৰ সমস্যা আজিৰ দৰে প্ৰগাঢ় হোৱা নাছিল, অৱস্থাৰ এই তাৰতম্যৰ কথা বিস্মৃত হ'লে ভুল কৰা হ'ব।

আঁচনি প্ৰস্তুত কৰাৰ ক্ষেত্ৰত স্বাধীন ভাৰতৰ চৰকাৰ অতি পৈণত। ইয়াৰে বহুবোৰ আঁচনি তুলাপাততে জন্ম লৈ তুলাপাততে জহিছে। এনে উদাহৰণ বহুতো দাঙি ধৰিব পাৰি। বৰ দীঘল দীঘল বাক্যৰে একোখন আঁচনি প্ৰস্তুত কৰা হয়। আঁচনি প্ৰস্তুত কৰা কাৰ্য্যত অপৰ্য্যাপ্ত পৰিমাণে ধনো ব্যয় কৰা হয়। যি আঁচনিয়ে মানুহৰ অন্তৰ স্পৰ্শ নকৰে, সেই আঁচনি বাস্তৱত পৰিণত কৰাটো টান। আজি কেইদিন-মানৰ আগতে কেন্দ্রীয় জলবিদ্যুৎ বিভাগৰ মন্ত্ৰী গৰাকীয়ে মোক আচুতীয়াকৈ ক'লে: "বানপানী নিয়ন্ত্রণৰ উদ্দেশ্যৰে সমগ্ৰ দেশখনৰ কাৰণে যিমান ধন ব্যয় কৰা হৈছে, তাৰ শতকৰা পঞ্চাশ ভাগ কেৱল অসমৰ কাৰণেই ব্যয় কৰা হৈছে।" চৰকাৰী হিচাপৰ পিনৰপৰা কথাষাৰ সঁচা হোৱাটো সম্ভৱ, তথাপি অসমত জানো বানপানী নিয়ন্ত্রিত হৈছে? বানপানীৰ হেঁচাত আজিও অসমৰ বাইজ সৰ্ব্বস্বান্ত জানো নোহোৱাকৈ আছে?

ওপৰত চৰকাৰে ঘোষণা-পত্ৰ বা আঁচনিত ব্যৱহাৰ কৰা ভাষাৰ বাক্য বৰ দীঘলীয়া হয় বুলি কৈছোঁ। আজি কেইবছৰমানৰ আগতে ইংৰাজী ভাষাৰ ব্যৱহাৰৰ বিষয়ে "প্লেইন টক্‌চ্" বোলা কিতাপ এখন পঢ়িছিলোঁ। সেই কিতাপখনত আছে: "একোটা বাক্যত সোতৰ বা ওঠৰ, তাতোকৈ অধিক শব্দ থাকিব নালাগে। অধিক শব্দ থাকিলে ভাষা



কলঙ্কিত হয়।" এইখন কিতাপৰে আন এঠাইত আছে: "অতিপাত দীঘলীয়া হোৱা বাবে উকীলৰ ভাষা সাধাৰণতে বেয়া হয়।" এই কিতাপখন মোৰপৰা ধাৰ কৰি নি ইন্দিৰা গান্ধীয়ে পঢ়িছিল। এই বাক্যটোৰ প্ৰতি দৃষ্টি যেতিয়া আকৰ্ষণ কৰোঁ, তেতিয়া ইন্দিৰা গান্ধীয়ে একেষাৰ বৰ অৰ্থপূৰ্ণ কথা কৈছিল: "কেৱল উকীলৰ ভাষাই নহয়, আমাৰ চৰকাৰী ঘোষণা-পত্ৰৰ ভাষাও অৰ্থহীন।" অৰ্থহীন ভাষাৰে কাৰ্য্যত পৰিণত কৰিব নোৱাৰা কিছুমান আঁচনিয়ে চৰকাৰৰ গৌৰৱ বঢ়াব পাৰে। সেইবুলি দেশৰ ৰাইজে গ্ৰহণ কৰিব নোখোজা আঁচনি প্ৰস্তুত কৰি কিবা জানো লাভ আছে?

অৱশ্যে ভাল ভাষা লেখিও দেশৰ সমস্যা সমাধান কৰিব নোৱাৰি। দুৰ্ভাগ্যবশতঃ নেহৰুৰ আমোলত এইটোৱেই হৈছিল। আনকি চীনদেশ বা পাকিস্তানলৈ প্ৰেৰণ কৰা আমাৰ প্ৰতিবাদ-পত্ৰসমূহৰ ভাষাও অতি সুন্দৰ আছিল। ভাল ইংৰাজী গদ্যৰে দেশৰ সমস্যা সমাধান কৰিব পাৰে বুলি যিসকলে ভাবে, সেইসকলৰ চিন্তা যে কেণা লগা, সেই বিষয়ে সন্দেহ নাই। তাহানি সদনৰ মজিয়াত এইষাৰ কথালৈ প্ৰধানমন্ত্ৰী নেহৰুৰ দৃষ্টি আকৰ্ষণ কৰা হৈছিল। ভাল ইংৰাজী লেখা সত্বেও চীনদেশ বা পাকিস্তানে ভাৰতক জানো আক্ৰমণ নকৰাকৈ থাকিল? সেইবুলি ভাল ভাষা লেখিব পৰাটোক মই গৰিহণা দিব খোজা নাই। কেৱল ভাল ভাষাৰে দেশৰ সমস্যা সমাধান কৰিব নোৱাৰি যে সেইষাৰ কথাহে কৈছোঁ।

চিঠি কৈ যাওঁতে দীঘলীয়া হৈ যায়। ক্ষমা কৰিব। আমাৰ এওঁ বাৰে বাৰে আপত্তি কৰি কৈছে: "আপোনালৈ গোটেই 'অসম বাতৰি' কাকতখন মেলি থোৱা নাই। আনেওতো লেখিব লাগিব, সেইষাৰ কথা ভাবি নাচায় কেলেই?" আনৰ খেচ্‌খেচনি শুনিব পাৰি, নিজৰ তিৰোতাৰ খেচ্‌খেচনি শুনিবলৈ টান। সেই কাৰণেই চিঠিখন এইখিনিতে সামৰিলোঁ। ভাব-প্ৰৱাহৰ অৱশ্যে যতি পৰা নাই।

লেখাৰ হে যতি পৰিছে। আমাৰ একপ্ৰকাৰ ভাল। আশাকৰোঁ ভগৱানে আপোনাসকলক কুশলে ৰাখিছে।

প্ৰীতি-সম্ভাষণ জানিব।

নতুন দিল্লী
পহিলা আগষ্ট ঃ '৬৮ চন

ইতি—
আপোনাৰ



মৰমৰ মহন্ত,

ইতিমধ্যে ইটো-সিটো কথাৰে আপোনালৈ কেইবাখনো চিঠি লেখিলোঁ। পঢ়ুৱৈয়ে চিঠিবোৰ পঢ়ি ভাল পাইছে। এজনে মাথোন লেখিছে ঃ "আপুনি আমাক সাহিত্যৰ বিষয়ে একো জানিবলৈ নিদিয়ে কিয়? এইটো বিষয়ে আপোনাৰপৰা আমি কিছু কথা জানিবলৈ বিচাৰোঁ।" এই কাৰণেই আজি আপোনালৈ কৱিতাৰ বিষয়ে মনত উদয় হোৱা দুই-এটা কথা লেখিবলৈ ওলালোঁ। আচলতে কৱিতা কি বস্তু, সেই বিষয়ে "সাহিত্য আৰু সমালোচনা" পুথিখনত সন্নিৱিষ্ট হোৱা প্ৰবন্ধ এটাত বহলাই আলোচনা কৰিছোঁ। পুথিখন ওলোৱা সময়ত সমালোচকসকলে এই প্ৰবন্ধটো উচ্চস্বৰে প্ৰশংসা কৰিছিল যদিও আজি মই ভাবোঁ, এইটো বস্তু আছিল ডেকাকালৰ উচ্ছ্বাস। বস্তুটোত কিবা চিন্তাৰ গভীৰতা আছে বুলি আজি মই নাভাবোঁ।

কৱিতা হৈছে দুতৰপীয়া বস্তু। অৰ্থাৎ, ইয়াৰ জন্ম হয় দুটা স্তৰত। ইয়াৰে এটা হৈছে কৱিৰ মনোজগৎ আৰু আনটো হৈছে তুলাপাতৰ বুকু। কৱিতাই কেনেকৈ কৱিৰ মনোজগতত জন্মগ্ৰহণ কৰে, সেই বিষয়ে ওপৰত উল্লেখ কৰা সাহিত্য আৰু সমালোচনা পুথিত সন্নিৱিষ্ট প্ৰবন্ধটোত বিতংকৈ আছে। সেই বিষয়ে পুনৰ উল্লেখ কৰিব খোজা নাই।

সমালোচক বিচার্ড্‌চৰ মতে "অভিজ্ঞতাৰ সমষ্টিয়েই হৈছে সাহিত্য।" কৱিতা হৈছে সাহিত্যৰ পৰ্য্যায়ভুক্ত বস্তু। অভিজ্ঞতা কি? আচলতে অভিজ্ঞতা হৈছে চকুৰে আহৰণ কৰা বস্তু। ই যেতিয়া কৱি-শিল্পীৰ অন্তৰ-আত্মাত থিত লৈ উখল-মাখলৰ সৃষ্টি কৰে, তেতিয়াই হৈ পৰে অনুভূতি। পোনতে এই অনুভূতিয়ে কৱি-শিল্পীৰ অন্তৰত প্ৰতীকৰ আকাৰেৰে ৰূপ লয়। আমাৰ লোকগীতত বা সাহিত্যত প্ৰকাশ পোৱা প্ৰতীকক "ফ'ক চংচ্‌ অব্‌ ইণ্ডিয়া" বোলা কিতাপখনত "ৰাজহুৱা প্ৰতীক" বোলা হৈছে। সেই একেখন কিতাপতে আধুনিক ইংৰাজী কৱিতাত প্ৰকাশ পোৱা প্ৰতীকক "ব্যক্তিগত প্ৰতীক" আখ্যা দিয়া হৈছে।

যুগে যুগে কৱি-শিল্পীৰ অন্তৰত ৰূপ লোৱা অনুভূতি-মিশ্ৰিত প্ৰতীক হৈছে "ব্যক্তিগত প্ৰতীক"। তুলাপাতৰ বুকুত যেতিয়া ৰূপ লয়, তেতিয়া হে ই "ৰাজহুৱা প্ৰতীক"লৈ ৰূপান্তৰিত হয়। এনেদৰে শব্দ-গাঁথনিৰ জৰিয়তে প্ৰকাশ পোৱা কৱি-শিল্পীৰ অনুভূতি-মিশ্ৰিত অন্তৰজাগতিক প্ৰতীকক 'চুচান্‌ লেংগাৰ' বোলা প্ৰখ্যাত মহিলা-দাৰ্শনিক গৰাকীয়ে "ফিলিং এণ্ড ফৰ্ম্‌" বোলা কিতাপখনত "sign", অৰ্থাৎ "চিহ্ন" বুলিছে। এইয়া হৈছে কৱি-শিল্পীৰ অন্তৰ-অনুভূতিৰ বাহ্যিক প্ৰকাশ। ইয়াকেই "চিহ্ন" আখ্যা দিয়া হৈছে। চুচান্‌ লেংগাৰৰ মতে: "A signal (sign) is comprehended if it serves to make us notice the object or situation it speaks. A symbol is understood when we conceive the idea it presents." (*Feeling & Form*)

কৱি-শিল্পীৰ অন্তৰজাগতিক অনুভূতিসিক্ত প্ৰতীক জানো সম্পূৰ্ণৰূপে শব্দ-গাঁথনিৰ মাধ্যমেৰে প্ৰকাশ কৰিব পাৰি? কোনো কৱি-শিল্পীয়ে সম্পূৰ্ণৰূপে কেতিয়াও শব্দ-গাঁথনিৰে অন্তৰ-অনুভূতি প্ৰকাশ কৰিব পৰা নাই আৰু নোৱাৰেও। এই কাৰণেই কৱিতা এটা জন্ম পোৱাৰ পিছত বহুতো কৱি-শিল্পী নিজেই আচৰিত হয়: এইয়া জানো মোৰ অন্তৰ-অনুভূতিৰ প্ৰকৃত চানেকী? প্ৰত্যেক কৱিতাৰে



একোটা শব্দগত সংগঠন আছে। এই সংগঠন কৃতকাৰ্য্য কৰি তুলিব পৰাৰ ওপৰতে কৱি-শিল্পীৰ সৃষ্টিৰ সাৰ্থকতা নিৰ্ভৰ কৰে।

কৱি-শিল্পীৰ অনুভূতি প্ৰকাশৰ প্ৰয়োজন ক'ত? কোনো কোনো সমালোচকে কয়: কৱি-শিল্পীয়ে আত্মপ্ৰচাৰ বিচাৰে; সেই কাৰণেই নিজৰ ধ্যান-ধাৰণাক শব্দৰ মাধ্যমেৰে স্থায়ী ৰূপ দিবলৈ উত্ৰাৱল হয়। এইযাৰ কথা বহুদূৰ সঁচা হ'লেও সম্পূৰ্ণ সঁচা নহয়। কৱিৰ অন্তৰ-আত্মাত কাব্য-অনুভূতিয়ে নিৰাকাৰ ৰূপত ধৰা দিয়ে। সাকাৰ ৰূপ নাপালে নিৰাকাৰ ৰূপ স্থায়ীবস্তু হ'ব নোৱাৰে।

শব্দ-সংগঠনৰ মাধ্যমেৰে সাকাৰ ৰূপত প্ৰকাশ পোৱা কৱি-শিল্পীৰ অন্তৰজাগতিক অনুভূতিয়েই হৈছে কৱিতা। চুচান্‌ লেংগাৰে কোৱাৰ দৰে এই শব্দ-সংগঠনক "চিহ্ন" বুলিব পাৰি। কৱি-শিল্পীৰ অন্তৰ-অনুভূতি সাকাৰ ৰূপ লৈ শব্দ-সংগঠনৰ মাধ্যমেৰে কৱিতা স্বৰূপে প্ৰকাশ নোপোৱা হ'লে, তাক অধ্যয়ন কৰা, উপভোগ কৰা, আবৃত্তি কৰা, ইত্যাদি বাস্তৱ-ধৰ্মী কথাবোৰ অসম্ভৱ হ'লহেঁতেন। এই কাৰণেই কৱি-শিল্পীৰ অন্তৰ-আত্মাৰ নিৰাকাৰ অনুভূতিৰ সাকাৰ ৰূপৰ প্ৰয়োজন। কৱি-শিল্পীৰ ক্ষেত্ৰত এই সাকাৰ ৰূপৰ প্ৰদান শব্দ-গাঁথনিৰ মাধ্যমেৰে হয়। চিত্ৰ-শিল্পীৰ ক্ষেত্ৰত ৰং, ৰূপ, ৰেখাৰ মাধ্যমেৰে হয়।

যেই কোনো ভাষাৰে এক সীমাবদ্ধতা আছে। কৱি-শিল্পীৰ অন্তৰ-অনুভূতিক চিৰকলীয়া ৰূপ দিয়াৰ মানসেৰে যিমানেই চমৎকাৰ ভাষা প্ৰয়োগ কৰা নহওক লাগিলে, এই কাৰণেই সম্পূৰ্ণৰূপে অনুভূতিৰ প্ৰতিফলন সম্পৰপৰ নহয়। একোটা কৱিতাৰ আকাৰত আমি যি অনুভূতিৰ প্ৰতিফলন পাওঁ, সেই প্ৰতিফলন আংশিক বস্তু হে। মনৰ ভাব-অনুভূতি প্ৰকাশ দিয়াৰ ক্ষেত্ৰত ভাষাৰ সীমাবদ্ধতাৰ কথা স্মৰণ কৰিয়েই হয়তো কবি লৰ্ড টেনিচনে এনেদৰে কৈছিল:

"Words are deceitful things
They half-reveal and half-conceal
The thought within."

ভাষাৰ সীমাবদ্ধতাৰ কথা উপলব্ধি কৰিছিল কাৰণেই সম্ভৱতঃ আমাৰ পুৰণি সাহিত্যিকসকলে আনকি পশু-পখীৰ মুখতো মানুহৰ ভাষা দিছিল। সাধুকথাৰ শিয়ালে জানো কথা নকয়? ভাষাৰ সীমাবদ্ধতাক অস্বীকাৰ কৰাৰ মানসেৰেই এনে পদ্ধতিক সম্ভৱতঃ এক সাহিত্যিক-কৌশল স্বৰূপে ব্যৱহাৰ কৰা হৈছিল। এইযাৰ কথা কেৱল পুৰণি ভাৰতীয় সাহিত্যৰ ক্ষেত্ৰতে নহয়, পুৰণি জাপানী সাহিত্যৰ ক্ষেত্ৰতো সঁচা। এইযাৰ কথাৰ প্ৰমাণ পুৰণি ৰুচ সাহিত্যতো পাইছোঁ। সকলো বিচ্ছেদৰ ক্ষেত্ৰত—ইংৰাজী পৰিভাষাত ইয়াক "alienation" বোলা হয়—বেদনা আছে। অন্তৰ উজাৰি কৱি-শিল্পীয়ে যেতিয়া ভাষা-মাধ্যমক অনুভূতি প্ৰদান কৰিবলগীয়া হয়, সেই কাৰ্য্যত আনন্দ থকাৰ দৰে বেদনাও আছে। কৱি-শিল্পীয়ে অন্তৰ-আত্মাত সাঁচি থোৱা অভিজ্ঞতা, অনুভূতি উজাৰি দি কাব্য সৃষ্টি কৰে। ওপৰত উল্লেখ কৰা "বিচ্ছেদ" বা alienation-ৰ কথা মাৰ্ক্সে কেৱল দৈহিক শ্ৰমৰ ক্ষেত্ৰতে প্ৰয়োগ কৰিছিল। এই একেযাৰ কথা যে মানসিক শ্ৰমৰ ক্ষেত্ৰতো প্ৰয়োগ কৰিব পাৰি, সেইযাৰ কথা মাৰ্ক্সে চিন্তা কৰা নাছিল। কৱি-শিল্পীৰ অন্তৰত ধৰা দিয়া অভিজ্ঞতা আৰু অনুভূতি যেতিয়াই শব্দ-গাঁথনিৰ মাধ্যমেৰে বাস্তৱলৈ ৰূপান্তৰিত হয়, তেতিয়াই ই সাৰ্ব্বজনীন বস্তু অৰ্থাৎ সকলোৰে বস্তু হৈ পৰে।

কৱি-শিল্পীৰ মনোজাগতিক স্তৰটোৰপৰা বিচ্ছিন্ন হৈ অভিজ্ঞতা বা অনুভূতিয়ে যেতিয়াই শব্দ-গাঁথনিৰ মাধ্যমেৰে বাস্তৱৰ ৰূপ লয়, তেতিয়াই কৱি-শিল্পীৰ সেই সৃষ্ট-বস্তুটোৰ ওপৰত আনুভূতিক আধিপত্য হেৰাই যায়। যি কোনো কাৰণত নহওক লাগিলে কৱি-শিল্পীৰ মনোজাগতিক অনুভূতিয়ে সজাই তোলা প্ৰতীকৰ ৰূপ দিয়া কাৰ্য্যত নিজৰ সৃষ্ট-বস্তু অসমৰ্থ হয়। এই কাৰণেই কোনো কোনো ক্ষেত্ৰত নিজৰ সৃষ্ট-বস্তুৰ বিষয়ে কৱি-শিল্পী হতাশ হোৱাটো একো আচৰিত কথা নহয়।



এইখিনিতে প্ৰশ্ন হ'ব পাৰে: মনৰ ভাৱ-অনুভূতি দেখোন দেহৰ অঙ্গী-ভঙ্গীৰেও প্ৰকাশ কৰিব পাৰি। এনে অৱস্থাত ভাষাৰ প্ৰয়োজন ক'ত? মনৰ ভাৱ-অনুভূতি কিছুদূৰ দেহৰ অঙ্গী-ভঙ্গীৰে প্ৰকাশ কৰিব পাৰি যদিও সম্পূৰ্ণৰূপে এই কাম সাধিব নোৱাৰি। এই কাৰণেই ভাষাৰ প্ৰয়োজন। কৱি-শিল্পীৰ অন্তৰ-আত্মাৰ অনুভূতি হৈছে অতীব সূক্ষ্ম বস্তু। দেহৰ অঙ্গী-ভঙ্গীৰ লেখীয়া এক স্থূল মাধ্যমেৰে মনৰ সূক্ষ্ম ভাৱ-অনুভূতি জানো সম্পূৰ্ণৰূপে প্ৰকাশ কৰিব পাৰি? সূক্ষ্ম বস্তুৰ প্ৰকাশ-মাধ্যম অতীব সূক্ষ্ম হোৱাটো উচিত। প্ৰকাশ-মাধ্যমে মনৰ সূক্ষ্ম অনুভূতিৰ খবৰ ৰখাটো এক সৰ্ব্বজন-বিদিত কথা।

গদ্যৰ মাধ্যমেৰেও দেখোন কৱি-শিল্পীয়ে মনৰ ভাৱ-অনুভূতি প্ৰকাশ কৰিব পাৰে। তথাপি কৱি-শিল্পীয়ে কাব্য-মাধ্যম বিচাৰে কিয়? ইয়াৰ কাৰণ হৈছে কৱি-আত্মাৰ অনুভূতি প্ৰকাশৰ কাৰণে যেনে ধৰণৰ সূক্ষ্মতাৰ প্ৰয়োজন, তেনে ধৰণৰ সূক্ষ্মতা গদ্যই প্ৰদান কৰিব নোৱাৰে। এনে কাৰণৰ বাবেই কৱি-শিল্পীৰ হাতত ভাষাই নতুন ৰূপ লোৱা দেখা যায়। এই কাৰণেই গদ্য-বস্তুৰ যি বৰ্ণাত্মক ৰূপ, কাব্য-অনুভূতিৰ স্পৰ্শত সেই ৰূপ হেৰাই গৈ ভাষা হৈ পৰে ধ্বনি-যুক্ত, কল্পচিত্ৰ-সমৃদ্ধ এক নতুন ব্যৱহাৰ। কম-বেছি পৰিমাণে এইযাৰ কথা কেৱল আমাৰ মিষ্টিকধৰ্ম্মী কৱিতা বোলা কৱিতাচামৰ ক্ষেত্ৰতেই নহয়, সকলো কৱিতাৰ ক্ষেত্ৰতে প্ৰয়োগ কৰিব পাৰি। প্ৰায় সকলো কৱিতাতে কিবা নহয় কিবা এক মিষ্টিকধৰ্ম্মিতাৰ সুৰ বিদ্যমান। এইযাৰ কথা দাৰ্শনিকপ্ৰৱৰ অ'ল্ডইচ্ হাক্স্‌লীয়ে স্বীকাৰ কৰি গৈছে। এই ফালৰপৰা চাবলৈ গ'লে মিষ্টিকধৰ্ম্মী সুৰ আনকি টি. এচ. ইলিয়টৰ লেখীয়া বহুতো বস্তুতান্ত্ৰিক কৱি-শিল্পীৰ কৱিতাতো আছে।

পৰিৱেশ অনুসৰি একোটা কৱিতাই বিশেষ একোটা অনুভূতিৰ সৃষ্টি কৰে। পৰিৱেশৰ বৰঙণিৰ কথা কোনো ক্ষেত্ৰতে অস্বীকাৰ

কৰিব নোৱাৰি। এইখিনিতে উদাহৰণ স্বৰূপে কৱিগুৰু ৰবীন্দ্ৰনাথৰ কৱিতাৰ পংক্তি এটা ল'ব খুজিছোঁ ঃ

"এমন দিনে তারে বলা যায়
এমন ঘনঘোৰ বৰিষায়।"

কোনোবা প্ৰেয়সীক কাষত লৈ এই কৱিতাটো বৰষা-দিনত পঢ়িলে যেনে ধৰণৰ অনুভূতিৰ উদ্ৰেক হোৱাটো সম্ভৱ, তেনে ধৰণৰ অনুভূতি জেঠমহীয়া ভৰ-দুপৰীয়া ঘৰৰ বন কৰা ল'ৰাটোক কাষত লৈ পঢ়িলে, উদ্ৰেক হোৱাটো জানো সম্ভৱ? পৰিৱেশৰ দায়িত্ব যেনেকৈ আছে, তেনেকৈ বয়সৰ দায়িত্বও আছে। উদাহৰণ স্বৰূপে, ডেকা-কালত পঢ়োঁতে শ্বেলীৰ স্কাইলাৰ্ক কৱিতাটোৱে যেনে ধৰণৰ অনুভূতিৰ উদ্ৰেক সাধন কৰাটো সম্ভৱ, তেনে ধৰণৰ অনুভূতি এই একেটা কৱিতাই বুঢ়াকালত অধ্যয়ন কৰোঁতে উদ্ৰেক নকৰিবও পাৰে। এই কাৰণেই কৈছোঁ, একেটা বস্তুৱেই বয়স আৰু পৰিৱেশৰ পাৰ্থক্য অনুসৰি বেলেগ অনুভূতিযুক্ত হোৱাটো একো আচৰিত কথা নহয়।

ফৰাচী কৱি-শিল্পীৰ নেতৃত্বত প্ৰতীকবাদী কৱিতা নামেৰে এচাম কৱিতা গঢ়ি উঠিছিল। আধুনিক চিত্ৰৰূপ বুজিবলৈ যেনেদৰে বিশেষ ব্যুৎপত্তিৰ প্ৰয়োজন, তেনেদৰে প্ৰতীকধৰ্ম্মী কৱিতাৰ মৰ্ম্মকথা বুজিবলৈকো প্ৰয়োজন। ই যিয়েই নহওক লাগিলে, কৱিতা একোটা হৈছে বিশেষ এক সামগ্ৰিক চেতনা সম্ভূত বস্তু। বুজাই নুবুজাই অ'ৰ-ত'ৰপৰা একোটা বাক্য বা শব্দ আঁজুৰি আনি কৱিতাৰ লেখীয়া সামগ্ৰীক চেতনাৰ বস্তু এটা বুজিব নোৱাৰি। এনে কাৰ্য্যত অজ্ঞতা হে প্ৰকাশ পায়।

যিমানেই প্ৰচেষ্টা নকৰক লাগিলে, পঢ়ুৱৈসমাজে শব্দ-মাধ্যমৰ জৰিয়তে—ই যিমানেই সূক্ষ্ম নহওক লাগিলে—কৱি-শিল্পীৰ সৃষ্টি মুহূৰ্ত্তৰ অভিজ্ঞতাৰ সৈতে আত্মাগত সম্বন্ধ স্থাপন কৰাটো টান। আনকি কৱি-শিল্পীয়ে নিজেও শব্দ-মাধ্যমৰ জৰিয়তে কৱিতা একোটা



জন্ম হোৱাৰ পিছত সৃষ্টিমুহূৰ্ত্তৰ অনুভূতিগত চেতনাক পুনৰ উদ্ধাৰ কৰাটো সম্ভৱপৰ নহয়। বহুক্ষেত্ৰত এই কাৰণেই কৱি-শিল্পীৰ চকুত নিজৰেই সৃষ্টি-বস্তু কিবা এক আচহুৱা সম্পদলৈ ৰূপান্তৰিত হোৱাটো এক সৰ্ব্বসাধাৰণ কথা।

কৱি-শিল্পীৰ অন্তৰ-আত্মাত কৱিতাৰ উদয় হয় অনুভূতিৰ মাধ্যমেৰে। ইয়াকেই চুচান্ লেংগাৰে "প্ৰতীক" আখ্যা দিছে। এনেদৰে কৱিৰ অন্তৰত ঠাই পোৱা অনুভূতিগত প্ৰতীকে শব্দ-গাঁথনিৰ মাধ্যমেৰে কৱিতাৰ ৰূপ লয়। ইয়াকে চুনান্ লেংগাৰে "চিহ্ন" বুলিছে। অনুভূতি বা অনুৰাগৰ জোৱাৰৰ লগে লগে কৱি-শিল্পীৰ অন্তৰত শব্দপুঞ্জৰ উদয় নহয়। শব্দপুঞ্জৰ উদয় অনুভূতিৰ পৰৱৰ্ত্তী স্তৰ হে। পঢ়োঁতাই শব্দ-গাঁথনিৰ মাধ্যমেৰে কৱি-শিল্পীৰ অন্তৰত উদয় হোৱা অনুভূতিৰ ৰেঙণি বিচাৰে। অৰ্থাৎ পঢ়ুৱৈয়ে ভাষাৰ জৰিয়তে কৱি-শিল্পীৰ অন্তৰ-অনুভূতিৰ কাষ চাপিবলৈ যত্ন কৰে। আনহাতে কৱি-শিল্পীয়ে কৱিতা সৃষ্টিৰ ক্ষেত্ৰত অগ্ৰসৰ হয় অনুভূতিৰ মাধ্যমেৰে।

কৱিতা একোটা সাৰ্থক সৃষ্টি বুলি পৰিগণিত হ'বলৈ হ'লে কৱি-শিল্পীৰ প্ৰকাশ-দক্ষতা অধিক প্ৰয়োজনীয় বস্তু। কাৰণ অনুভূতিৰ প্ৰকাশ যিমানেই সূক্ষ্ম হয়, সিমানেই পঢ়ুৱৈৰ অনুভূতিগত প্ৰতিক্ৰিয়া সূক্ষ্ম হ'বলৈ বাধ্য। কৱিতাৰ ক্ষেত্ৰত প্ৰকাশ-সূক্ষ্মতা অনিবাৰ্য্য বস্তু কাৰণেই একেটা কৱিতাৰে একাধিক অৰ্থ হোৱাটো একো আচৰিত নহয়। উদাহৰণ স্বৰূপে এইখিনিতে কৱি-শিল্পী ৱাল্টাৰ ডি-লা মেয়াৰৰ "The Listeners" নামৰ কৱিতাটোলৈ আঙুলিয়াব পাৰি। সেইদৰে মেলাৰ্মেৰ নাইবা তেওঁৰ গোষ্ঠীৰ আন সতীৰ্থসকলৰ প্ৰতীকধৰ্ম্মী কৱিতাৰ কথা উল্লেখ কৰিব পাৰি। আধুনিক কৱি-শিল্পীৰ দ্বাৰা ব্যৱহৃত প্ৰতীক যেহেতু "ব্যক্তিগত" অনুভূতিৰ বস্তু, সেইহেতুকে একেটা প্ৰতীকেই পঢ়ুৱৈৰ চকুত নানা ৰূপত ধৰা দিয়াটো একো আচৰিত কথা নহয় যদিও অৰ্থবিচাৰ কাৰ্য্য যেতিয়াই যুক্তি বা বিশ্বাসযোগ্যতাৰপৰা আঁতৰি পৰে, তেতিয়াই বিপদ।

আনহাতে যিবোৰ কৱিতাৰ প্ৰকাশ পোনপটীয়া, সেইবোৰ কৱিতাৰ অৰ্থ-ব্যঞ্জনা সীমাবদ্ধ। এইখিনিতে উদাহৰণ এটা দাঙি ধৰিব খুজিছোঁ।

"দোঁ খাই থকা গছৰ ডালে
কঁপি থকা পানীক নচুৱাইছে।"

এইকেইটা শাৰীৰ প্ৰকাশ পোনপটীয়া। যিমানেই কল্পনা প্ৰয়োগ কৰা নহওক লাগিলে "দোঁ খাই থকা গছৰ ডাল" কেতিয়াও পোন ডাল হ'ব নোৱাৰে। এই একেদৰেই "কঁপি থকা পানী" কেতিয়াও স্থিৰ হ'ব নোৱাৰে। এই কাৰণেই এনে কৱিতাৰ অৰ্থ-ব্যঞ্জনা সীমাবদ্ধ হ'বলৈ বাধ্য। তথাপি একেষাৰ কথা এইখিনিতে নক'লে ভুল হ'ব, কৱি-শিল্পীৰ কল্প-চিত্ৰক সাধাৰণ গদ্যপুথিৰ যুক্তিৰে আয়ত্ত কৰিব নোৱাৰি।

আৰু এটা কথা এইখিনিতে মন কৰিবলগীয়াঃ সাহিত্য-সমালোচনাতকৈ অধিক গণতান্ত্ৰিক বস্তু আন একোৱেই নাই। যুক্তিৰ অৱতাৰণা নকৰাকৈয়ে এজনে বেয়া বোলা বস্তু এটাক আন এজনে ভাল বুলিব পাৰে। আন সৃষ্ট-বস্তুৰ বিষয়ে ক'ব পৰাৰ দৰেই সাহিত্যৰ ক্ষেত্ৰতো কোনো মত কেতিয়াও শেষ সিদ্ধান্ত হ'ব নোৱাৰে বুলি ক'ব পাৰি। সাহিত্য হৈছে এক গতি-চঞ্চল, প্ৰাণৱন্ত সৃষ্টি। এনে বস্তুৰ ক্ষেত্ৰত শেষ সিদ্ধান্ত বুলি কোনো কথাই হ'ব নোৱাৰে। সেয়ে হোৱা হ'লে শেক্স্‌পীয়েৰ নাইবা মহাকৱি কালিদাসক লৈ ইমানবোৰ বিপৰীত-মুখী সমালোচনাৰ কেতিয়াও উদয় নহ'লহেঁতেন। সাহিত্যৰ দৰে সমালোচনাও এবিধ সৃষ্টিধৰ্ম্মী কাৰ্য্য-পদ্ধতি। এইখিনিতে এষাৰ আমোদজনক কথা মনত পৰিছে। এবাৰ এজন অত্যন্ত মুৰগধুৱ অসমীয়া বুদ্ধিজীৱীয়ে বন্ধু এজনলৈ এখন চিঠি লেখিছিল। সেই চিঠিৰ এঠাইত এনেদৰে আছেঃ "অসমীয়া চুটিগল্প বৰ স্বাস্থ্য হানিকৰ বস্তু। সেইবোৰ পঢ়ি মই মোৰ স্বাস্থ্য হানি কৰিব নোখোজোঁ।" এনেদৰে মন্তব্য কৰাৰ ক্ষেত্ৰত আমাৰ বুদ্ধিজীৱীজনাৰ যথেষ্ট গণতান্ত্ৰিক অধিকাৰ আছে যদিও অসমীয়া চুটিগল্প মাত্ৰই জানো স্বাস্থ্য হানিকৰ?



ধাতু-দুৰ্ব্বল মানুহৰ সহজেই স্বাস্থ্য হানি হয়। এনেবোৰ মানুহলৈ পুতৌ ওপজে যদিও সহায় কৰিবলৈ একো উপায় নাই।

হালধীয়া ৰোগৰ দ্বাৰা আক্ৰান্ত হোৱা মানুহে সকলোতে কেৱল হালধীয়াকে দেখে। এনেবোৰ মানুহৰ ক্ষেত্ৰতো কোনো উপায় নাই। সমালোচনাৰ মনস্তত্ত্বই একেটা সৃষ্টি-বস্তুকে নানাবুলীয়া ৰূপ দিয়ে। সৃষ্টিধৰ্ম্মী সমালোচনা-সাহিত্যৰ ক্ষেত্ৰত এনে ধৰণৰ ৰূপ প্ৰদান প্ৰশংসনীয় কথা। সেইপিনৰপৰা আক্ষেপ কৰিবলগীয়া একোনাই। আমাৰ সাহিত্যত নানা তৰহৰ সমালোচনাৰ বিশেষ প্ৰয়োজন আছে, সেই বিষয়ে সন্দেহ নাই।

সমালোচনা হৈছে, সমালোচকৰ মনস্তত্ত্বৰ প্ৰতিফলন। জীৱনত যি হতাশ হৈছে, তেনে সমালোচকৰ সমালোচনাত হতাশা বা বিদ্বেষ প্ৰকাশ পোৱাটো একো আচৰিত কথা নহয়। এইখিনিতে এটা উদাহৰণ দাঙি ধৰিব খুজিছোঁ। ধৰি লওক এজন ডেকা সমালোচকঃ তেওঁৰ মাতৃৰ জীৱিত কালতে পিতাকে আন এগৰাকী যুৱতী তিৰোতাৰ সৈতে ঘৰ-সংসাৰ পাতিছে। তেওঁৰ মাতৃ কেনেকৈ অৱহেলিতা হৈছে, সেইষাৰ কথা সমালোচক পুত্ৰই জানে। এনে অৱস্থাত অসং চৰিত্ৰৰ পিতৃৰ প্ৰতি পুত্ৰৰ অন্তৰত ঘৃণাই ঠাই পোৱাটো তেনেই স্বাভাৱিক কথা। অন্তৰৰ ঘৃণা, বিদ্বেষ বা যেই কোনো অনুভূতিয়ে যেই কোনো উপায়েৰে প্ৰকাশ বিচৰাটো স্বভাৱসিদ্ধ কথা। এই প্ৰকাশ যদি পিতৃৰ সমবয়স্ক বা সমসাময়িক বয়সৰ কোনোবা সাহিত্যিকৰ ওপৰত কেন্দ্ৰীভূত হয়, তেন্তে আচৰিত হ'ব লগা একো নাই। এই কাৰণেই বহু কৃতবিদ পণ্ডিতে সমালোচনাক সমালোচকৰ মনস্তত্ত্বৰ প্ৰতিফলন বুলি কয়। নিজৰ অজ্ঞতাক প্ৰকাশ দিয়াৰ ক্ষেত্ৰত যেনেকৈ সকলোৰে গণতান্ত্ৰিক অধিকাৰ আছে, তেনেকৈ কলঙ্কিত মনস্তত্ত্বৰ পৰিচয় দিয়াৰো গণতান্ত্ৰিক অধিকাৰ আছে। এইখিনিতে মোৰ গুৰুজনাৰ কথা এষাৰ মনত পৰিছেঃ

"ক্ষীৰ সাগৰত আছিলন্ত শশধৰ।
মাছ যেন বোলে ইয়ো হয় জলচৰ॥"

পানীত থকা মাছে জোনৰ প্ৰতিবিম্বটোকো আনকি মাছ বুলিয়েই ভাবে।

ওপৰৰ বিষয়-বস্তুটোৰ বিষয়ে বহুতো দীঘলীয়াকৈ লেখিবৰ বাবে যথেষ্ট সমল আছে যদিও চিঠি দীঘলীয়া কৰিব খোজা নাই। মোৰ ডাঙৰ দোষ হৈছে কিবা এটা লেখিবলৈ ল'লে দীঘলীয়া হৈ যায়। চমুকৈ কথা ক'ব পৰাটো এটা ডাঙৰ গুণ। এই গুণকে বহুতে আকৌ মনোৰম এক "আৰ্ট" বুলি অভিহিত কৰিছে। এনে আৰ্টৰ ওপৰত মোৰ আধিপত্য নাই। নিজৰ দোষটো প্ৰায়েই চকুত ধৰা পৰে। এতিয়া বুঢ়া বয়সত দোষৰ শুধৰণি বিচৰাটো জানো শুদ্ধ কথা হ'ব? দোষে গুণে মানুহ। বৰ ব্যস্ত যদিও একপ্ৰকাৰ ভালে আছোঁ। এই চিঠিৰেই আপোনাসকলৰ মঙ্গল কামনা কৰিলোঁ।

প্ৰীতি-সম্ভাষণ জানিব।

ইতি—

আপোনাৰ

[signature]

নতুন দিল্লী:
২৬ আগষ্ট: ১৯৬৮ চন



মৰমৰ চন্দ্ৰ,

সিদিনা ৰাষ্ট্ৰপতি ভৱনৰ দাঁতি-কাষৰীয়া লুংলুঙীয়া বাটটোৰে সংসদৰ-পৰা ঘৰলৈ উলটিছোঁ। কেউপিনে গছ। জুইশিখা ৰঙীয়া ন পাতেৰে আবৰি আছে। ক'ৰবাত পঢ়িছিলোঁ: "There is not a finer poem than a tree", গছতকৈ ধুনীয়া কৱিতা নাই। তুমি কি ভাবা? মোৰ কিন্তু কথাষাৰ বৰ সঁচা যেন লাগে। আহি আছোঁ। এনেতে ক'ৰবাৰপৰা কুলিচৰাই এজনীয়ে এনেকৈ চিঞৰিবলৈ ধৰিলে, কৱিৰ ভাষাতে একেবাৰে "হিয়াভগা মাত"। তাই যেন মোক কৈছে: "হেৰ' ৰিহুবলিয়া অসমীয়া, তই ইয়াত কৰিছ কি? বিহু পালেহি নহয়। অসমলৈ নাযাৱ কিয়?" বৰ আচৰিত,—ইয়াত এতিয়াও বাৰিষালৈ বহুত দিন বাকী। তথাপি সেইদিনা দেখিছিলোঁ, আকাশখন ডাৱৰেৰে থূপ খাই আছে। আমাৰ তাত হোৱা হ'লে বৰষুণ দিলেই-হেঁতেন। ইয়াত সতকাই আকাশখনে নেকান্দে। কান্দিব নেজানে। ডাৱৰবোৰ দেখি মোৰ দেৱ বৰুৱাৰ কৱিতা এফাকি মনত পৰিছিল:

"ডাৱৰৰ আঁৰে আঁৰে
ঢোলত চাপৰ পৰে
গছে পাতে বিহুগীত গায়,
বিহুৰ পেঁপাৰ বোলে
হিয়াত নাচোন তোলে
মোক আজি নাচি নচুৱায়।"

এই কৱিতাফাকিত আমাৰ বিহুৰ আগজাননী যেনেকৈ ছবি হৈ পৰিছে, তেনেকৈ আন কাৰোবাৰ কৱিতাত পৰিছে নে নাই, মই নেজানো।

এইয়া লেখি থাকোঁতে বহুত পুৰণি কথাই মনত পৰিছে। সৰুতে শুনা, দূৰ-দূৰণিৰপৰা বহল পথাৰ নেওচি অহা পেঁপাৰ বোলৰ কথা। গছ-গছনি, জান-জুৰি, নৈৰে ৰজনজনাই থকা এখন গাভৰু পৃথিৱীৰ কথা। পোন টনটনাই থকা নাহৰ গছবোৰৰ কথা, সেইবোৰৰ শিখৰ জুই-অঙঠাৰে জ্বলাই থোৱা কোমল ৰঙচুৱা পাতবোৰৰ কথা। এই কঠুৱা গছবোৰৰ ফেৰেঙণিত ওলমি থকা স্নিগ্ধ কপৌ ফুলবোৰৰ কথা, যেন "চুলিৰ মাজত লাহি আঙুলিৰ অলেখ ঢৌ"। আৰু মনত পৰিছে খোপাত কপৌফুল পিন্ধি নাচিবলৈ ওলোৱা সেই নিপোটল গাভৰুবোৰৰ কথা ঃ

পালেহি চ'তৰে মাহ ঐ লাহৰি
পালেহি চ'তৰে মাহ,
তেল ঠেঙা ঘঁহি বিহুলৈ ওলালোঁ
আমি গাভৰুৰ বাহ।

এইবোৰ পুৰণি কথা, তেতিয়াৰ কথা। আৰু এতিয়া? নকওঁ। ক'লে মানুহে ভুল বুজাৰ ভয় আছে। অযথা শত্ৰু বঢ়াই ল'বলৈ তুমি হয়তো মোক উদগনি নিদিবা।

জানা, প্ৰকৃতিৰ ওপৰত নিৰ্ভলশীল আদিম মানুহে প্ৰকৃতিৰ ৰেহ-ৰূপ, ঋতু-পৰিৱৰ্ত্তন, ৰূপৰ জোৱাৰ ইত্যাদি সকলোবোৰ পৰিৱৰ্ত্তনৰ বিষয়ে সূক্ষ্মভাৱে খবৰ ৰাখিছিল। সেই কাৰণেই আদিম কৃষিসমাজৰ উৎসৱ, নৃত্য-গীত সকলোতে প্ৰকৃতিৰ ছবি জিলিকি আছে। প্ৰকৃতিৰ আঙুলিৰ মৃদু পৰশ পৰি এইবোৰ উৎসৱ ৰঙীণ হৈ আছে। ঋতু-পৰিৱৰ্ত্তন প্ৰকৃতিৰ সহজাত সত্য। এই সত্যৰ জালিকটাইদি নিগৰি পৰা অভিজ্ঞতাৰ জিলিঙনি বুটলি আনি গীতৰ ধ্বনিত, নৃত্যৰ লহৰত আদিম সমাজে অন্তৰৰ পুঞ্জীভূত অনুভূতিৰাশি প্ৰকাশ কৰিছিল।



আমাৰ ৰঙালী বিহু এনে এটা উদ্দীপনাৰেই প্ৰকাশ। তুমি জানাই দেখোন, বহাগমহীয়া পৃথিৱী গাভৰু হয়। কেউপিনে ৰূপ আৰু ৰঙৰ জোৱাৰ নামে। প্ৰকৃতিৰ বুকুত হাঁহি উথলি উঠে। নানা বৰণীয়া চৰাইৰ কাকলিৰে আকাশ ৰঙীণ হয়। কেতেকী ফুলৰ গা ৰাঁইজাঁই কৰা তীব্ৰ গোন্ধে, কপৌফুলৰ স্নিগ্ধ শোভাই বতাহৰ কাণে কাণে কথা কৈ যায়। গাভৰুৰ খোপা আৰৰা কপৌফুল, ডেকাৰ গলধন আৰৰা ফুলাম গামোচা,—"চেনেহৰ দীঘ দি মৰমৰ বাণীৰে বোৱা"— আকাশত বিহুৱা চৰাইৰ "বিহু বিহু" সুৰৰ সঁফুৰা, এইবোৰে মানুহৰ মন উদ্দীপনাময় কৰি তোলে। গাভৰুৰ মেখেলাৰ পাতলিৰ "অযুত তৰাই" আকাশৰ তৰা মাটিৰ বুকুলৈ নমাই আনে। (এতিয়া নহয় দেই। শাৰীৰ পাতলিত এই যাদু নাই)। ম'হৰ শিঙৰ "মন কিবা কৰা উকুঙা" সুৰ মুকলি পথাৰ নেওচি বতাহৰ পাৰ ভাঙি নামি আহে। লুইতৰ পাৰত কঁহুৱাবোৰ কঁপি উঠে। আকৌ মোৰ কৱিতা মনত পৰিছে। (বেয়া নাপাবা, স্মৃতি-শক্তি বেছি প্ৰখৰ হোৱাটোও বিপদ।)

"কঁপিছে কঁহুৱা বন
কঁপিছে কৱিৰ মন,
ফুলনিত কঁপি উঠে ফুল,
আজি এই উৎসৱত
হিয়া ভৰা উলাহত
দেখা দিয়ে জীৱনৰ ভুল।" (দেৱ বৰুৱা)

এইয়া বিহুৰ ৰূপময় পটভূমি। এহাতে যেনেকৈ ৰূপৰ জোৱাৰ নামে, আনহাতে তেনেকৈ খেতিৰ আগজাননী দি আকাশত ক'লা চিয়াহী-বৰণীয়া ডাৱৰ থূপ বান্ধে। থমকি থমকি গৰজি উঠা বিজুলী ঢেৰেকনিয়ে বাৰিষাৰ কথা মনলৈ আনে। প্ৰকৃতিৰ গাভৰু-কাল। গাভৰু-কাল মাতৃৰূপৰ আগজাননী নহয় জানো? ৰ্বৰ্ত্তমান চ'চিয়লজিৰ ধুনীয়া কিতাপ এখন পঢ়ি আছোঁ। তাতো এইষাৰ কথাকে পাইছোঁ। বাৰিষা আহে, বাৰিষাৰ সংস্পৰ্শত পৃথিৱীৰ বুকু উপচি পৰে। ইয়াৰ

পিছত নাঙল চলে,—পৃথিৱী মাতৃমুখী নাৰীৰ দৰে শস্য উৎপাদনৰ কাৰণে প্ৰস্তুত হয়। অৱশেষত মাতৃৰ কোলা সন্তানৰ হাঁহিৰে উপচি পৰাদি পৃথিৱীৰ কোলা সেউজীয়া শস্যৰে উপচি পৰে। সমাজৰ সৃষ্টি-জীৱনৰ ৰূপময় অভিজ্ঞতা প্ৰকৃতিৰ বুকুত প্ৰতিফলিত হয়। আচলতে আমাৰ বহাগ বিহু এটা ঋতু-উৎসৱ হে।

সন্তান উৎপাদনৰ কাৰণে যেনেকৈ নাৰীৰ লগত নিগূঢ়ভাৱে চিনাকি হ'ব লাগিব, সেইদৰে পৃথিৱীক ফলৱতী কৰিবলৈ হ'লে প্ৰকৃতিৰ লগত মানুহ চিনাকি হ'ব লাগিব। সেই কাৰণেই দেখা যায়, আদিম মানুহে আনকি নিজৰ যৌন অভিজ্ঞতা প্ৰকৃতিৰ বুকুত আৰোপ কৰিছিল। (আজি কেইদিনমানৰ আগতে ফ্ৰাঞ্চিচ্ হাক্স্লীৰ দ্বাৰা ৰচিত "এফেবোল্ চেভেজেচ্" বোলা ধুনীয়া কিতাপ এখন পঢ়িছিলোঁ। তাত এইবাৰ কথাৰ সুন্দৰ এটা বৰ্ণনা আছে। ইয়াত সেইবাৰ কথাৰ উল্লেখ নকৰোঁ। ক'ৰবাত মানুহে নিলাজ বুলিব। তুমিও সম্ভৱতঃ সম্পাদকীয় ৰঙা পেন্সিল চলাই দিবা।) বুজিছা, আদিম সমাজে প্ৰকৃতিক চিনি পাইছিল। গতিকেই প্ৰকৃতিক কেন্দ্ৰ কৰি উদ্ভৱ হোৱা নানা অভিজ্ঞতাসমূহ গোটাই লৈ তৰহে তৰহে এওঁলোকে উৎসৱৰ সৃষ্টি কৰিছিল। কৃষিজীৱী সমাজে ঋতু-পৰিৱৰ্ত্তনৰ বুৰঞ্জী নৃত্য-গীত উৎসৱ আদিৰে চিৰকাল মুখৰিত কৰি আহিছে।

এইখিনিতেই প্ৰশ্ন হয়—আদিম মানুহৰ অভিজ্ঞতাৰ স্বৰূপ কেনে তৰহৰ আছিল? জীৱিকাৰ উপায়ে অভিজ্ঞতাৰ গঢ় দিয়ে। সমাজ অনুপাতে সেই অভিজ্ঞতা সাঁচত উঠে। কৃষিজীৱী সমাজৰ অভিজ্ঞতা ঋতু-পৰিৱৰ্ত্তন, বা-বতৰ, খেতিৰ আহিলা, সঁচ, গুটি, ৰ'দ, বৰষুণ ইত্যাদিৰ লগত ওতপ্ৰোতভাৱে জড়িত। কৃষি-উৎপাদনৰ বাবে নিজৰ বল-বীৰ্য্যতকৈ প্ৰকৃতিৰ দয়াৰ ওপৰত আদিম সমাজ অধিকভাৱে নিৰ্ভৰশীল হ'ব লগা হৈছিল। এনেবোৰ কাৰণৰ বাবেই কৃষিজীৱী মানুহ সাধাৰণতে অদৃষ্টবাদী হয়—নিয়তিৰ ওপৰত বিশ্বাসী হয়। অন্ততঃ তেওঁলোকৰ মনস্তত্ত্বই তেনেদৰে গঢ় লয়। এনে সমাজৰ সংস্কৃতি, শিল্প-কলা, নৃত্য-গীত



আদি প্ৰকৃতিকেন্দ্ৰী হ'বলৈ বাধ্য। অসমৰ বিহু উৎসৱ আচলতে প্ৰকৃতিকেন্দ্ৰী গণ-উৎসৱ হে।

আৰ্টৰ জৰিয়তে অভিজ্ঞতাৰ যেনেকৈ প্ৰকাশ হৈছিল, তেনেকৈয়ে অৰ্থপূৰ্ণ পৰিকল্পনাও হৈছিল। এই পৰিকল্পাত পোনপটীয়াকৈ নহ'লেও একোটা ব্যৱহাৰিক উদ্দেশ্য সোমাই পৰিছিল। এনে ব্যৱহাৰিক উদ্দেশ্যক সাৰোগত কৰি একালত আদিম সমাজত মেজিকৰ উদ্ভৱ হৈছিল। জীৱনৰ একোটা কাৰ্য্যসূচী সুচল বা সাৰ্থক কৰিবলৈ হ'লে, এনে ধৰণৰ উৎসৱ একপ্ৰকাৰ অপৰিহাৰ্য্য হৈ পৰিছিল। কোনো কোনো কৃষিজীৱী সমাজত পথাৰ আগুৰি নৃত্য-গীত কৰা, খেতিৰ স্বপ্নৰ ৰূপময় প্ৰকাশ দিয়া ইত্যাদি আঁচনি সুকুমাৰ কলা-কাৰ্য্যত পৰিণত হৈছিল। আমাৰ বিহুনৃত্যৰ অন্তৰালতো এনে এটা উদ্দেশ্য অন্তৰ্নিহিত হৈ আছে।

নৃত্যৰত সমাজৰ কল্পনাত আকাশ ডাৱৰেৰে উপচি পৰিছিল। কলহৰ কাণেৰে বৰষা নামিছিল। "বৰষুণ নামি আহে চাট্ চাট্ কৰে।" পথাৰ পানীৰে বগা হৈছিল। খেতিৰ বাবে, নাঙলৰ বাবে, কৰ্ষণমুখী বহাগৰ গাভৰু পৃথিৱী ক্ৰমাত সাজু হৈছিল। (আমাৰ বিহুনাচত ডেকাৰ কঁকাল ভঙা ছেওলৈ মন কৰিছা নে? পোনতে মৃদুভাৱে আৰম্ভ হৈ অৱশেষত দ্ৰুত হৈ অহা কঁকালৰ তলৰ ছোৱা এইয়া জানো যৌনবিধিৰ ইঙ্গিত নহয়?) প্ৰকৃতিকেন্দ্ৰী আদিম সমাজৰ স্বপ্ন আৰু অভিজ্ঞতাই এনেদৰেই প্ৰতীকধৰ্ম্মী ৰূপ লৈছিল। নাৰীৰ দৰে পৃথিৱীৰো কৰ্ষণৰ জৰিয়তে গৰ্ভধাৰণ হৈছিল। পৃথিৱী মেডনা হৈছিল। ব্যক্তিৰ জীৱনৰ দৰেই প্ৰকৃতিৰ বুকুতো সৃষ্টিৰ সত্য জাতিষ্কাৰ হোৱা আদিম সমাজে কল্পনা কৰিছিল। আনকি প্ৰকৃতিৰ সৌন্দৰ্য্য প্ৰিয়তমাৰ দেহাত জাতিষ্কাৰ হোৱাও তেওঁলোকে কল্পনা কৰিছিল এইদৰে :

(১)

দিনৰে চিকুণ দিনৰে সবিতা
ৰাতিৰে চিকুণ জোন,
তাতোকৈ চিকুণ মোৰে ঐ ময়না
যেন পূৰ্ণিমাৰে জোন।

( ২ )

বাঁহৰ আগলৈ চাইনো পঠিয়ালোঁ
বাঁহৰ কোন জুপি পোন,
চেনাইৰে মুখলৈ চাইনো পঠিয়ালোঁ
যেন পূৰ্ণিমাৰে জোন।

সঁচা কথা কওঁ, শুনা। সন্তান-বৃদ্ধি আৰু শস্য-উৎপাদন, এই যুঁৰীয়া আকাঙ্ক্ষাই আছিল আদিম মানুহৰ উচ্চতম স্বপ্ন। (ইয়াৰ ওপৰত এখন কিতাপ লেখিব পাৰি। তোমাৰ কোনোবা পঢ়ুৱৈয়ে চেষ্টা কৰি চাব পাৰে।) জনসংখ্যাৰ সমস্যা আৰু অৰ্থনৈতিক সমস্যা, এই দুটা সমস্যাই ঘাইকৈ আদিম মানুহৰ স্বপ্ন আগুৰি আছিল। জীয়াই থাকিবলৈ পথাৰ ওপচা খেতিৰ প্ৰয়োজন। খেতি ভালকৈ আৰু সৰহকৈ কৰিবলৈ হ'লে জনসংখ্যাৰ প্ৰয়োজন। (এই কাৰণেই আদিম কৃষিজীৱী সমাজৰ মানুহে প্ৰায়েই এজনীতকৈ অধিক বিয়া কৰাইছিল। নাৰীৰ বাহিৰৰ ৰূপতকৈ স্বাস্থ্যৰ পিনে অধিক লক্ষ্য ৰাখিছিল। "ফ'ক চংচ্ অব্ ইণ্ডিয়া" বোলা কিতাপখনত এইষাৰ কথা ভালকৈ লেখিছোঁ।) জনসংখ্যা বৃদ্ধি নেপালে কৃষিকাৰ্য্য সম্ভৱ নহয়। এই পিনৰপৰা পৃথিৱীৰ উৎপাদিকা শক্তি আৰু নাৰীৰ সন্তান-দায়িনী শক্তি,—উভয়কে সমানে সন্মান জনোৱা হৈছিল। (আমাৰ বিয়াৰ মন্ত্ৰবোৰ বিশ্লেষণ কৰি চোৱা। আনকি সেইবোৰতো নাৰীৰ গৰ্ভত সৃষ্টিৰ বীজ নিক্ষেপ কৰাৰ উল্লেখ সঘনে পাবা।)

এটা উদাহৰণ দিওঁ। চিঠি দীঘলীয়া হৈছে বুজিছোঁ, তথাপি দিওঁ। অসমৰ শেষ সীমান্তত বসবাস কৰা কনিয়াক নগাসকলৰ মাজতো কৃষি-উৎসৱ আছে। এই উৎসৱৰো ঘাই উদ্দেশ্য হৈছে শইচ আৰু সন্তান বৃদ্ধি। নাৰীৰ গৰ্ভত যেনেকৈ সৃষ্টিৰ বীজ স্থাপন কৰা হয়, পৃথিৱীৰ বুকুতো তেনেদৰে উৎপাদনৰ অঙ্কুৰ ৰোপণ কৰা হয়। কনিয়াক নগাসকলৰ এটা অতি অৰ্থপূৰ্ণ গীত আছে ঃ



হেৰা গোৱাং দেৱতা,
আমাক শস্য দিয়া ;
হেৰা গোৱাং দেৱতা,
আমাৰ নাৰী আৰু পথাৰক
চেনেহ কৰা।
হেৰা গোৱাং দেৱতা,
পুৰুষে যেনেকৈ নাৰীক
গৰ্ভৱতী কৰে,
পৃথিৱীক কৰক সৃষ্টিৰ বীজে।

সম্ভৱতঃ এনেবোৰ কথাকে লক্ষ্য কৰি বাৰ্ট্ৰাণ্ড্ ৰাচেলে কৈছিল ঃ "Fruitfulness whether of crops, or of flocks and herds, or of women, was of prime importance to men in the begining of the agriculural and pastoral stages."

এই একেষাৰ কথাকে আমাৰ পণ্ডিতসমাজে দোষ নধৰিলে অসমৰ বহাগ বিহুৰ বিষয়েও ক'ব পাৰি। আমাৰ ৰঙালী বিহু প্ৰকৃততে সৃষ্টিৰ উৎসৱ হে। যৌৱনৰ বস্তু। বহাগমহীয়া পূৰ্ণ-যৌৱনা গাভৰুৰ দৰে পৃথিৱীৰ যৌৱন ফাটি যাওঁ ফাটি যাওঁ কৰে। মৌচুমীৰ আগমনে বাৰিষাৰ আগমনৰ কথা সোঁৱৰায়। বৰ্ষাৰ স্পৰ্শত পৃথিৱী ফলৱতী হয়। (আদিম সমাজে, ঘাইকৈ ভাৰত আৰু চীনদেশৰ সমাজে ৰৰষুণৰ ধাৰাক সদায়েই পুৰুষ-বীৰ্য্যৰ লগত ৰিজাই আহিছে। ভাৰতৰ বিষয়ে আগতেই ডব্লিউ. জি. আৰ্চাৰৰ কিতাপ পঢ়ি জানিছোঁ। চীনদেশৰ বিষয়ে অলপতে ডক্টৰ ডেভিড আৰু ভেৰা মেইচৰ কিতাপ পঢ়ি জানিছোঁ।) প্ৰকৃতিগত এই বাস্তৱ সত্যই বিহুতলিৰ ডেকা-গাভৰুৰ নৃত্য-ভঙ্গিমাৰ জৰিয়তে প্ৰতীকৰ ৰূপ লয়। উদং পথাৰৰ বুকুত (গাভৰুৰ উদং উদৰৰ দৰেই) ডেকা-গাভৰু গোট খাই যৌৱনৰ নাচ নাচে, সৃষ্টিৰ কথা কঁকাল ভাঙি ভাঙি ৰূপকৰে প্ৰকাশ দিয়ে। বিহুতলিৰ নাচ অবিৱাহিত ডেকা-গাভৰুৰ প্ৰাণৰ মূৰ্চ্ছনা, যৌৱনৰ

জোৰাৰ। হুচৰিৰ কথা নধৰিবা, হুচৰি আমাৰ ডা-ডাঙৰীয়াসকলৰ আমোলত উদ্ভৱ হোৱা এটা প্ৰাণহীন ব্যৰ্থ প্ৰচেষ্টা। য'ত জীৱন-যৌৱনৰ উন্মাদনা নাই, তাত একোৱেই নাই।

নৈনো চেঙেলীয়া গৱা কুমলীয়া
জৰা কুমলীয়া পাত,
এৰাওঁ এৰাওঁ বুলি এবাব নোৱাৰোঁ
ধনৰ কুমলীয়া হাত।

"নৈনো চেঙেলীয়া" হৈছে ন গাভৰুজনী। সেইদৰে "গৱা কুমলীয়া"ৰ প্ৰতীকী অৰ্থটো বুজিছাই, নক'লেও হ'ব। প্ৰতীক হিচাপে বিহুতলিৰ গাভৰুজনী বহাগৰ যৌৱন-উন্মনা পৃথিৱী। বিহু-বলিয়া ডেকাটো কুমাৰী পৃথিৱীৰ সৈতে মিলন-আকাঙ্ক্ষী মৌচুমীৰ মেঘ। ধাৰাসাৰে বৰ্ষা নামে। যুৱতী পৃথিৱী আৰু সবল ডেকা মৌচুমীৰ মিলনৰ ফলস্বৰূপে পৃথিৱীৰ গৰ্ভত নতুন সৃষ্টি সম্ভৱ হয়। এইটো বাস্তৱ সত্য। কৃষিজীৱী সমাজৰ পথাৰেই হৈছে সকলো স্বপ্ন আৰু অভিজ্ঞতাৰ উৎস। আমাৰ বিহুনৃত্য পথাৰৰ বস্তু। বিহুতলিৰ উৎসৱমুখৰ এই সৃষ্টিৰ ছবিখনকে নৃত্য-গীত আৰু ৰূপকৰ সহায়েৰে বাস্তৱ কৰি তোলা হয়। বিহুনৃত্যৰ স্বাভাৱিক ভঙ্গিমাই জীৱনৰ বাস্তৱ সত্যৰ ইঙ্গিত দিয়ে। ঢোল, টকা, ম'হৰ শিঙৰ পেঁপাই, বিহুগীতৰ যৌৱন জগোৱা সুৰে এই উন্মাদনা তীব্ৰ কৰি তোলে।

তোমাৰ তিনিখনি আমাৰ তিনিখনি
ছখনি কাপোৰৰ জাপ,
তোমাৰ তিনিখনি লোৱা বাছি বাছি
কুকুৰাই দিলেহি ডাক।

এইফাকিৰ অৰ্থটো বুজিছা নহয়? এইফাকি গীতে সদায়েই "কোৱাইৎ ফ্লʼজ দি ডন্" বোলা উপন্যাসখনৰ এটা মনোৰম দৃশ্য মোৰ মনলৈ আনে।



তুমি জানাই, অসমৰ আদিমতম অধিবাসীসকল কৃষিজীৱী অষ্ট্ৰিক গোষ্ঠীৰ মানুহ আছিল। আজিও য'তেই অষ্ট্ৰিক জাতীয় মানুহৰ যৎসামান্য পৰিচয় ওলাইছে, ত'তেই ঋতু-উৎসৱৰো পৰিচয় জিলিকি আছে। উদাহৰণ স্বৰূপে যাভা, নিকোবৰ দ্বীপপুঞ্জ, অষ্ট্ৰেলিয়া ইত্যাদিৰ কথা উল্লেখ কৰিব পাৰি। এইবোৰ ঠাইত একালত অষ্ট্ৰিক জাতিৰ প্ৰভাৱ পৰিছিল। এতিয়াও অষ্ট্ৰেলিয়া দ্বীপৰ আদিম অধিবাসী-সকলে অ'প'চাম বোলা এবিধ জন্তুৰ ছালেৰে ঢোল সাজি নৃত্যেৰে ঋতু-উৎসৱ পালন কৰে। লগতে আমাৰ টকাৰ লেখীয়াকৈ এবিধ বাঁহৰ বাদ্যযন্ত্ৰও এওঁলোকে ব্যৱহাৰ কৰে। জাতিটোৰ নামেৰে এওঁলোকৰ ঋতু-নৃত্যৰ নামো "কৰ'বৰী" ৰখা হৈছে। পাটকাই পৰ্ব্বতৰ দাঁতি-কাষৰীয়া ব্ৰহ্মদেশৰ উত্তৰ-অঞ্চলৰ পালং আদি অষ্ট্ৰিক গোষ্ঠীৰ পৰ্ব্বতীয়া জাতিৰ মাজতো বিহুৰ লেখীয়া ঋতু-উৎসৱ থকাৰ প্ৰমাণ আছে। ক্ৰমাত মঙ্গোলীয়, বড়ো, দ্ৰাবিড়ী, আৰ্য্য আদি সংস্কৃতিৰ সোঁত-সংঘাতত অসমৰ ভৈয়াম-অঞ্চলত অষ্ট্ৰিক সংস্কৃতিৰ প্ৰভাৱ ক্ষীণ হৈছিল যদিও ই সম্পূৰ্ণৰূপে নিচ্ছিন্ন হৈ গৈছিল বুলি ক'ব নোৱাৰি। তাৰ প্ৰমাণ আমাৰ পাণ-তামোলৰ বাৰী, কেঁকোৰা নাঙলটো, বিয়াৰ দৈয়ন আৰু বিহু-উৎসৱ—বিশেষকৈ বিহু-নৃত্য।

ভালে আছোঁ। তোমালোকৰ ভাল নিশ্চয়। মৰম জানিবা।

ইতি—

নতুন দিল্লী ঃ
পহিলা এপ্ৰিল ঃ ১৯৬৪ চন।

তোমাৰ

[signature]

# চিনাকি

ঃ আমাৰ প্ৰকাশিত সাহিত্য-সম্ভাৰ ঃ

হেম বৰুৱা ঃ
॥ ডাক-পখিলী ॥
॥ ইজৰাইল ॥
॥ মন ময়ূৰী ॥
॥ আঁচুফুল ॥
পদ্ম বৰকটকী ঃ
॥ পুতলাৰ নমস্কাৰ ॥
॥ নজলা ধূপৰ ইতিকথা ॥
॥ জীৱন এষণা ॥
॥ ৰীতাৰ প্ৰেম ॥
॥ কোনো খেদ নাই ॥
ৰীৰেন বৰকটকী ঃ
॥ প্ৰেম আৰু শঙ্কাৰে ॥
নীলিমা দত্ত ঃ
॥ আকাশবন্তি ॥
যোগেশ দাস ঃ
॥ হেজাৰ ফুল ॥
অণু বৰুৱা ঃ
॥ সাগৰ দেখিলোঁ ॥
॥ দিল্লীৰ ডুখৰীয়া ছবি ॥
হোমেন বৰগোহাঞি ঃ
॥ বিশ্বাস আৰু সংশয় ॥
॥ তান্ত্ৰিক ॥
॥ বিভিন্ন নৰক ॥
॥ গল্প আৰু নক্সা ॥
নিৰোদ চৌধুৰী ঃ
॥ দেহ-দেউল ॥
॥ হংসমিথুন ॥
॥ নিশিগন্ধা ॥
মহেন্দ্ৰ বৰঠাকুৰ ঃ
॥ উদাসী সন্ধ্যা ॥
বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য ঃ
॥ শতঘ্নী ॥
ৰমা দাশ ঃ
॥ জাহ্নৱী ॥
কুমাৰ কিশোৰ ঃ
॥ ৰং আৰু ৰেখা ॥

নিৰুপমা বৰগোহাঞি ঃ
॥ দিনৰ পিছত দিন ॥
॥ এজন বুঢ়া মানুহ ॥
প্ৰবীণা শইকীয়া ঃ
॥ উত্তৰায়ণ ॥
চন্দ্ৰপ্ৰসাদ শইকীয়া ঃ
॥ আমেৰিকাৰ চিঠি ॥
আব্দুল মালিক ঃ
॥ প্ৰাচীৰ আৰু প্ৰান্তৰ ॥
॥ ছয় নম্বৰ প্ৰশ্নৰ উত্তৰ ॥
॥ আধাৰশিলা ॥
॥ মৰহা-পাপৰি ॥
॥ বহুত বেদনা এটোপা চকুলো ॥
॥ ৰজনীগন্ধাৰ চকুলো ॥
॥ বনজুই ॥
॥ স্বাক্ষৰ ॥
॥ পৰশ-মণি ॥
॥ জীয়া-জুৰিৰ ঘাট ॥
॥ ৰূপতীৰ্থৰ যাত্ৰী [ ১ম খণ্ড ] ॥
॥ ৰূপতীৰ্থৰ যাত্ৰী [ ২য় খণ্ড ] ॥
॥ ৰূপতীৰ্থৰ যাত্ৰী [ ৩য় খণ্ড ] ॥
॥ শিল আৰু শিখা ॥
লক্ষ্মীনন্দন বৰা ঃ
॥ ছাঁ-জুইৰ পোহৰত ॥
॥ মাজত তৃষাৰে নৈ ॥
॥ গঙা-চিলনীৰ পাখি ॥
॥ নিশাৰ পুৰবী ॥
॥ অচিন কইনা ॥
তিলক দাস ঃ
॥ এই ৰং এই সুৰভি ॥
হেমলতা বৰা ঃ
॥ সেউজীয়া পাহাৰৰ মাজে মাজে ॥
প্ৰেমধৰ দত্ত ঃ
॥ শঙ্কৰদেৱৰ সাধু ॥
উমেশ দত্ত ঃ
॥ বিপ্লৱী হৰদত্ত ( নাটক ) ॥

॥ মিত্ৰ এজেঞ্চি এণ্ড কোং ॥ তিনিচুকীয়া ঃঃ অসম ॥